উইলিয়াম শ্বেক্সপীয়েৰ

# এন্টনি আৰু ক্লিঅ'পেট্ৰা

অনুবাদ ঃ [illegible]োনা মহন্ত




অসম সাহিত্য সভা

উইলিয়াম শ্বেক্সপীয়েৰ

# এণ্টনি

# আৰু

# ক্লিঅ'পেট্ৰা

অনুবাদ ঃ ড° পোনা মহন্ত




অসম সাহিত্য সভা

**Antony and Cleopatra :** *of William Shakespear, translated by Dr. Pona Mahanta, and published by Dr. Basanta Kumar Goswami, General Secretary, Asam Sahitya Sabha, ChandraKanta Handique Bhawan, Jorhat-785001, Assam, Price : Rs. 100.00 only.*



অনুবাদ

ডক্টৰ পোনা মহন্ত

প্ৰকাশক

ডক্টৰ বসন্তকুমাৰ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫০০১

প্ৰথম প্ৰকাশ

জানুৱাৰী, ২০০১

মূল্য
এশ টকা

বেটুপাট
ৰঞ্জিত গগৈ

মুদ্ৰক
অসমী প্ৰিণ্টাৰ্ছ
চানমাৰী, গুৱাহাটী-৩

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ ১৯৯৯-২০০১ বৰ্ষৰ প্ৰকাশনৰ অনুবাদ আঁচনিৰ অন্তৰ্ভুক্ত গ্ৰন্থ এণ্টনি আৰু ক্লিঅ'পেট্ৰা। বিশিষ্ট সাহিত্যিক ড° পোনা মহন্ত ডাঙৰীয়াক গ্ৰন্থখনৰ অনুবাদৰ দায়িত্ব সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে অৰ্পন কৰে। শ্বেক্সপীয়েৰৰ নাটকৰ অনুবাদ এক প্ৰকাৰ অসাধ্য কাম। ড° মহন্তই অনুসৃষ্টিৰ কাষ নচপাকৈ সততে মূলক অনুকৰণ কৰিবলৈ যত্নপৰ হৈছে। নিষ্ঠা আৰু সাহসেৰে এনে এটি জটিল কৰ্ম সম্পাদন কৰাৰ বাবে ড° মহন্ত ডাঙৰীয়াক সভাৰ হৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। গ্ৰন্থখনত ডক্টৰ মহন্তৰ লিপ্যন্তৰ কৰণ ৰক্ষিত হোৱা নাই। লিপ্যন্তৰ কৰণ আৰু আখৰ জোঁটনি সভাৰ নিজা। গ্ৰন্থখনৰ আৰ্হি কাকত চাই দিছে শ্ৰীহৰেকৃষ্ণ দাসে আৰু অসমী প্ৰিণ্টাৰ্ছে সযত্নে গ্ৰন্থ খনি ছপাই দিছে। এই সুযোগতে কৰ্মী বৃন্দৰ শলাগ ললোঁ। সভাৰ মাননীয় সভাপতি শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াৰ তাগিদাতহে গ্ৰন্থখনৰ প্ৰকাশ সম্ভৱ হ'ল। সহকাৰী সম্পাদক শ্ৰীজয়ন্ত তালুকদাৰে ছপা কামৰ আগগুৰি ধৰি দিছে, বেটুপাত আঁকি দিছে শ্ৰীৰঞ্জিত গগৈয়ে। দুয়োৰে শলাগ ল'লোঁ।

গ্ৰন্থখনিয়ে পাঠকৰ সমাদৰ পালেই সভাৰ উদ্দেশ্য সফল হ'ব।

জানুৱাৰী, ২০০১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট—৭৮৫০০১

বসন্তকুমাৰ গোস্বামী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

# অনুবাদকৰ একাষাৰ

এইয়া শ্বেক্সপীয়েৰৰ নাটকৰ প্ৰায় পোনপটীয়া অনুবাদ ; ভাবানুবাদ নহয়। কামটো অতি দুৰূহ; বিশেষকৈ এণ্টনি আৰু ক্লিঅ'পেট্ৰাৰ লেখীয়া নাটকৰ সাৰ্থক ভাঙনি প্ৰায় অসম্ভৱেই। তথাপি কিয় এই দুঃসাহস কৰিলোঁ জানো! শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়া দেৱৰ তাগিদাই মূল কাৰণ। তেখেতৰ কথা পেলাওঁ কেনেকৈ ?

মূল নাটকৰ কোনো বস্তুকে ভাৰতীয় ৰূপ দিবলৈ চেষ্টা কৰা হোৱা নাই। সেয়ে অনেক বাক্য, প্ৰকাশভংগী আদি আচহুৱা যেন লাগিব পাৰে। স্থান বিশেষে সৰলীকৰণৰ সহায় লোৱা হৈছে যদিও মূলৰ পৰা যাতে আঁতৰি যোৱা নহয় সেই কথালৈ সততে চকু ৰখা হৈছে। উদাহৰণ হিচাপে নাটকৰ আৰম্ভণিৰ বচনৰ কথাকে ল'ব পাৰি। এই কথাখিনি ভাঙোতে আমি একাধিক বাৰ থমকি ৰ'ব লগা হৈছিল। এতিয়াও আমি মুঠেই সন্তুষ্ট নহওঁ।

নাটকখন অনুবাদৰ গুৰু ভাৰ দি আমাৰ ওপৰত দেখুওৱা ভৰসাৰ বাবে আমি অসম সাহিত্য সভাৰ ওচৰত কৃতজ্ঞ।

পাণ্ডুলিপিৰ কিছু অংশৰ প্ৰতিলিপি কৰি দিয়াৰ বাবে শ্ৰীমতী আৰতি মহন্তৰ শলাগ ল'লোঁ।

ইংৰাজী বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

অনুবাদক

# এন্টনি আৰু ক্লিঅ'পেট্ৰা

## চৰিত্ৰসমূহ

| | |
|---|---|
| মাৰ্ক এন্টনি | শাসকত্ৰয় |
| অক্টোভিয়াচ চীজাৰ | |
| লেপিদাচ | |

চেক্সটাচ পম্পিয়াচ

| | |
|---|---|
| দমিটিয়াচ ইন'বাৰবাচ | এন্টনিৰ বন্ধু আৰু অনুগামীবৃন্দ |
| ইৰচ | |
| স্কেৰাচ | |
| দিক্ৰেটাচ | |
| দিমেট্ৰিয়াচ | |
| ফিলৌ | |
| ভেণ্টিদিয়াচ | |
| কেনিদিয়াচ | |
| চিলিয়াচ | |
| লেম্প্ৰিয়াচ | |
| ৰেনিয়াচ | |
| লুচিলিয়াচ | |

| | |
|---|---|
| মেচিনাচ | চীজাৰৰ বন্ধু আৰু অনুগামী সকল |
| এগ্ৰিপা | |
| দলাবেলা | |
| প্ৰকুলিয়াচ | |
| থিদিয়াচ | |
| গেলাচ | |
| টৌৰাচ | |

| | |
|---|---|
| মিনাচ | পম্পিৰ বন্ধু আৰু অনুগামী |
| মিনেক্ৰেটীজ | |
| ভেৰিয়াচ | |

| | |
|---|---|
| এলেক্সাচ | ক্লিঅ'পেট্ৰাৰ সঙ্গী আৰু পৰিচাৰক |
| মাৰ্দিয়ান | |
| দিঅ'মীদীজ | |
| চেলিউকচ | |

এজন শিক্ষক, চীজাৰৰ কাষলৈ এন্টনি প্ৰেৰিত দূত

এজন দৈৱজ্ঞ

বহুৰা

ক্লিঅ'পেট্ৰা, ইজিপ্তৰ ৰাণী

| | |
|---|---|
| ছাৰমিয়ান | ক্লিঅ'পেট্ৰাৰ পৰিচাৰিকা |
| ইৰাচ | |

অক্টোভিয়া, চীজাৰৰ ভগ্নী

বিষয়া, সৈনিক, দূত আৰু অনুচৰ বৰ্গ

নাটকৰ ঘটনাস্থল ঃ ৰোমান সাম্ৰাজ্য

# এণ্টনি আৰু ক্লিঅ'পেট্ৰা

## অংক ১, দৃশ্য ১

আলেকজেন্দ্ৰিয়া। ক্লিঅ'পেট্ৰাৰ কাৰেঙৰ এটা কোঠা।

দিমিট্ৰিয়াচ আৰু ফিল'ৰ প্ৰৱেশ

ফিল' ঃ ওঁহো! কিন্তু আমাৰ সেনাপতিৰ মোহাসক্তিয়ে সীমা চেৰাই গৈছে। তেওঁৰ সেই সুদৰ্শন চকুযুৰি যিহেৰে প্ৰত্যক্ষ কৰিছিল যুদ্ধ দেৱতাৰ দৰে সুসজ্জিত ৰণুৱাৰ দল—

সুনিৰ্দিষ্ট হৈ ৰ'ল শাওবৰণীয়া এখনি মুখৰ ওপৰত। তেওঁৰ সেই যোদ্ধাৰ হৃদয়— যি মহা মহা সমৰত কৰিছিল হুংকাৰ— হেৰুৱালে এতিয়া সব আত্মনিয়ন্ত্ৰণ, আৰু হৈ পৰিল এগৰাকী মিচৰীয় নাৰীৰ কামনা পূৰণৰ হাতিয়াৰ।

( ভেৰীধ্বনি। বান্ধৱী আৰু অন্যান্যসকলৰ সৈতে এণ্টনি আৰু ক্লিঅ'পেট্ৰাৰ প্ৰৱেশ। জনচেৰেক নপুংসকে ৰাণীক বিচনীৰ বা দি আছে।)

চোৱা, তেওঁলোক আহিছে ।

লক্ষ্য কৰা ভালকৈ, তেতিয়া তুমি দেখিবা বিশ্বৰ তৃতীয় স্তম্ভটো কি দৰে অবনমিত হ'ল এজনী বেশ্যাৰ লগুৱালৈ। চোৱা, লক্ষ্য কৰা।

ক্লিঅ'পেট্ৰা ঃ এয়া যদি প্ৰকৃত প্ৰেম হয়, কোৱাচোন ইয়াৰ মাত্ৰা কিমান।

এণ্টনি ঃ অংকৰে গণিব পৰা প্ৰেম তেনেই সামান্য বস্তু।

ক্লিঅ'পেট্ৰা ঃ মই কিন্তু প্ৰেমৰ সীমা বান্ধি দিম।

এন্টনি ঃ তেন্তে তুমি বিচাৰিব লাগিব নতুন স্বৰ্গ, নতুন মৰ্ত্য।

(দুৱৰীৰ প্ৰৱেশ)

দুৱৰী ঃ প্ৰভু, ৰোমৰপৰা কিবা বাৰ্তা আহিছে।

এন্টনি ঃ আকৌ আমনি! সংক্ষেপে কোৱা।

ক্লিঅ'পেট্ৰা ঃ নহয়, এন্টনি, খবৰবোৰ মন দি শুনা। হয়তো ফালভিয়াৰ খং উঠিছে ; বা কোনে ক'ব পাৰে চেঙেলীয়া চীজাৰে তোমালৈ কঠোৰ আদেশ পঠোৱা নাই বুলি ঃ 'এইটো কৰা, সেইটো কৰা ; এইখন ৰাজ্য দখল কৰা, সেইখন এৰি দিয়া। এইটো কৰা, নহ'লে তোমাৰ বিপদ হ'ব।'

এন্টনি ঃ প্ৰিয়তমা, কিয় কোৱা এনেকৈ?

ক্লিঅ'পেট্ৰা ঃ হ'ব পাৰে নহয়, হয়তো হৈছেই।

তুমি ইয়াত দীৰ্ঘকাল থকা অনুচিত ; তোমাৰ প্ৰত্যাগমনৰ নিৰ্দেশ হয়তো চীজাৰৰ পৰা আহিছেই ; সেয়া কাণ দি শুনা, এন্টনি।

ফালভিয়াৰ নিৰ্দেশ ক'ত? নে চীজাৰৰ? নে দুয়োৰে? দূত কেইজনক মাতা।

মিচৰৰ মহাৰাণী মই ; কিন্তু তোমাৰ মুখমণ্ডল ৰঙা পৰিছে, ~~আৰু তোমাৰ সেই ৰক্ত হ'ল চীজাৰৰ আজ্ঞাবহ ভৃত্য।~~

নহ'লেনো ফালভিয়াৰ গালি শুনিলেই তোমাৰ এই দুই গাল কিয় লাজতে ৰঙা পৰি যায়!

এন্টনি ঃ বিশাল টাইবাৰ নৈত মিলি যক ৰোম ; ধ্বংস হৈ যক বিস্তৃত সাম্ৰাজ্য। এই স্থানেই মোৰ বাবে সকলো। ৰাজ্য মানে ভূমি। এই লেতেৰা ভূমিয়েই কীট-পতংগৰ দৰে মানুহকো যোগায় খাদ্য।



জীৱনৰ মহত্ব আছে আমাৰ দৰে ভাল পোৱাত; আমাৰ দৰে দম্পতীয়ে যি প্ৰেম কৰে তাক বিশ্বই স্বীকৃতি দিবই লাগিব অতুলনীয় বুলি।

ক্লিঅ'পেট্ৰা ঃ কি অসাধাৰণ মিথ্যাবাদ!

যদি তেওঁ ফালভিয়াক ভালেই নাপায় কিয় তেন্তে বিয়া কৰাইছিল সেই তিৰোতাক? মই মূৰ্খ নহ'লেও মূৰ্খ যেনেই লাগবি। এন্টনি কিন্তু এন্টনিয়ে হৈ থাকিব।

এন্টনি ঃ যদিহে ক্লিঅ'পেট্ৰাই আমনি নকৰে।

আহা! প্ৰেমদেৱীৰ প্ৰেম আৰু পূজাৰ স্বাৰ্থতে নকৰোঁ আৰু নিষ্ঠুৰ বাদানুবাদৰ সময় খৰছ। কোনো আমোদৰ অবিহনে জীৱনৰ এটা মুহূৰ্তও আমি ব্যয় কৰা অনুচিত। কিহৰ খেলা হ'ব আজি ৰাতি?

ক্লিঅ'পেট্ৰা ঃ বাৰ্তাবহৰ কথা শুনা।

এন্টনি ঃ ধিক! কথা চহকী ৰাণী।

তুমি গালি পাৰা, হাঁহা বা কান্দাই—

সকলো আৱেগেই তোমাৰ মুখত সুন্দৰ হৈ উজ্বলি উঠে। আজি তোমাৰ দূতৰ বাদে আন কাৰো কথা নুশুনো ; আৰু কেৱল আমি দুয়ো পথে পথে ভ্ৰমি ফুৰিম মানুহৰ স্বভাৱৰ বুজ লৈ।

~~আঁহা, মহাৰাণী ; কালি তোমাৰ এয়ে ইচ্ছা আছিল।~~

(আলধৰাৰ প্ৰতি) এতিয়া আমাক কোনো কথা নকবা।

(দিমিট্ৰিয়াচ আৰু ফিল'ৰ বাহিৰে আন সকলোৰে প্ৰস্থান)

দিমিট্ৰিয়াচ ঃ এন্টনিয়ে চীজাৰক ইমানহে তুচ্ছজ্ঞান কৰেনে?

ফিল' ঃ মহাশয়, মাজে সময়ে এন্টনিয়াচো কিন্তু এন্টনি হৈ নাথাকে। তেনে অৱস্থাত তেওঁৰ স্বভাৱত সেই এন্টনি সুলভ মহানুভৱতাৰ অভাৱ দেখা যায়।

দিমিট্ৰিয়াচ ঃ এইটো ভাবিহে দুখ লাগে যে তেওঁ ৰোমৰ গুজব ৰটোতাবোৰৰ কথাকে সত্য বুলি প্ৰমাণ কৰি দেখুৱাইছে। অৱশ্যে কালিলৈ সকলোঁ শুভ হ'ব বুলিয়ে আশা কৰিছোঁ। ঈশ্বৰে আপোনালোকৰ মংগল কৰক।

(সকলোৱে প্ৰস্থান)

## দৃশ্য ২

### কাৰেঙৰ আন এটা কোঠালি

(এন'বাৰবাচ, লেম্পিয়াচ, এজন দৈৱজ্ঞ, ৰেনিয়াচ, লুচিলিয়াচ, ছাৰমিয়ান, ইৰাচ, নপুংসক মাৰ্দিয়ান আৰু এলেক্সাচৰ প্ৰৱেশ।)

ছাৰমিয়ান ঃ হেৰি মোৰ মালিক অতি মৰমৰ এলেক্সাচ, তুমিয়ে সকলো ; তোমাৰ মান কোনো নাই। কোৱাচোন তুমি ৰাণী আই'ৰ আগত যে ইমানকৈ শলাগিছিলা সেই দৈৱজ্ঞজন ক'ত? তুমি যে মোৰ ভাবী স্বামীজনাৰ কথা কৈছিলা তেওঁ বোলে বিয়াৰ মালাৰ সতে শিং দুটাও গাঁথি দিব। মই যদি তেওঁক চিনি পালোঁহেঁতেন!

এলেক্সাচ ঃ দৈৱজ্ঞ!

দৈৱজ্ঞ ঃ কি ইচ্ছা আপোনাৰ?

ছাৰমিয়ান ঃ সেই মানুহজন এওঁৱেই নেকি? বাপুদেউ, আপুনিয়েই নেকি সৰ্বজন্তা?

দৈৱজ্ঞ ঃ প্ৰকৃতিৰ অন্তহীন ৰহস্যৰ কথা জানো মই অলপ হ'লেও।

এলেক্সাচ ঃ তেওঁক তোমাৰ হাত দেখুওৱা।

এন'বাৰবাচ ঃ ভোজনৰ বস্তুখিনি শীঘ্ৰে আনা। ক্লিঅ'পেট্ৰাৰ সুস্বাস্থ্য কামনা কৰি পান কৰিব পৰাকৈ যথেষ্ট পানীয় আনিবা।



ছাৰমিয়ান ঃ বাপুদেউ, মোৰ ভৱিষ্যতটো ভাল কৰি দিয়ে যেন।

দৈৱজ্ঞ ঃ মই ভাগ্য গঢ়িব নোৱাৰোঁ; ভৱিষ্যতৰ বিষয়ে ক'বহে পাৰোঁ।

ছাৰমিয়ান ঃ কৃপা কৰি মোৰ ভৱিষ্যতৰ কথা কওক।

দৈৱজ্ঞ ঃ তুমি অনেক গুণে বেছি লায়কৰ হ'বা।

ছাৰমিয়ান ঃ তেওঁ দেখিবলৈ ধুনীয়া হোৱাৰ কথা কৈছে।

ইৰাছ ঃ নহয় ; বুঢ়ী হ'লে তুমি মুখত ৰং সানি সুন্দৰী হোৱাৰ কথাহে কৈছে।

ছাৰমিয়ান ঃ মোৰ মুখত বয়সৰ ৰেখা নপৰে যেন।

এলেক্সাচ ঃ ভাগ্য ৰেখা চাই থকা সময়ত তেওঁক আমনি নকৰিবা। মন দি শুনা।

ছাৰমিয়ান ঃ হাই-উৰুমি নকৰিবা।

দৈৱজ্ঞ ঃ আনে ভাল পোৱাতকৈও তুমিহে আনক বেছি ভাল পাবা।

ছাৰিমিয়ান ঃ আনে ভাল নোপোৱাকৈ ভাল পোৱাতকৈ মদিৰা খাই থকাই বেছি ভাল।

এলেক্সাচ ঃ তেওঁ কি কয় শুনাচোন।

ছাৰমিয়ান ঃ বাৰু দেউ, মোৰ সৌভাগ্যৰ কথাকে কওক। কওক, এবেলাতে যেন তিনিজন ৰজাৰ সৈতে বিয়াত বহিয়ে বিধৱা হওঁ। আঢ়ৈ কুৰি বছৰ বয়সত যেন মোৰ ল'ৰা এটা হয় আৰু এই ল'ৰাটো অত্যাচাৰী ৰজা হেৰদতকৈয়ো যেন বেছি অত্যাচাৰী হয়। অক্টেভিয়াচ চীজাৰৰ লগতে মোৰ বিয়া হ'ব বুলি কওক যাতে মই মোৰ মালিকনীৰ সমান হ'ব পাৰোঁ।

দৈৱজ্ঞ ঃ তোমাৰ মালিকনীতকৈ বেছি দিন তুমি বাচি থাকিবা।

ছাৰমিয়ান ঃ বৰ ভাল কথা। একো নোহোৱাতকৈ দীৰ্ঘজীৱী হ'লেও ভাল পাম।

দৈৱজ্ঞ ঃ ভৱিষ্যতে তোমাৰ ভাগ্য যেনেকুৱা হ'ব তাতকৈ ইতিমধ্যে ভাল হৈছে।

ছাৰমিয়ান ঃ তেতিয়া হ'লে মোৰ ল'ৰা-ছোৱালীৰ কোনো নামেই নাথাকিব পাৰে। কওকচোন মোৰ সন্তান কিমান হ'ব?

দৈৱজ্ঞ ঃ তোমাৰ প্ৰতিটো ইচ্ছাই গৰ্ভধাৰণ কৰিব পৰা হ'লে তোমাৰ হাজাৰ হাজাৰ সন্তান হ'লহেঁতেন।

ছাৰমিয়ান ঃ যাওঁক, আপুনি এটা মূৰ্খ। যাদুকৰ বুলি ভাবিহে মই আপোনাক ক্ষমা কৰিছোঁ।

এলেক্সাচ ঃ তুমি ভাবা যে তোমাৰ বাহিৰে আন কোনেও তোমাৰ গুপুত চিন্তাবোৰৰ কথা নাজানে।

ছাৰমিয়ান ঃ ওহোঁ, সেইটো নহয়। বাৰু, ইৰাচৰ ভাগ্যৰ কথা কওকচোন।

এলেক্সাচ ঃ আমি আটায়ে নিজৰ ভৱিষ্যতৰ বিষয়ে জানি ল'ম।

এনবাৰবাচ ঃ মোৰ আৰু আমাৰ প্ৰায় সকলোৰে ভাগ্যত এইটোহে আছে — যিমান পাৰা মদ খাই মতলীয়া হৈ শেতেলিত পৰাগৈ।

ইৰাচ ঃ (হাতখন আগবঢ়াই দি) এই এখন হাত যি আন নহ'লেও সতীত্বৰ ইংগিত দিয়ে।

ছাৰমিয়ান ঃ এইটো ফেনে-ফুটুকাৰে ওপচা নীল নদীয়ে দুৰ্ভিক্ষৰ ইংগিত দিয়াৰ লেখীয়া কথাহে।

ইৰাচ ঃ যোৱা এইজনী! তুমিতো সৰবজান নোহোৱা।

ছাৰমিয়ান ঃ থোৱাহে, তেলীয়া তলুৱাই যদি অনেক সন্তান হোৱাৰ কথা নুবুজায় তেন্তে মই হাতেৰে কাণ খজুৱাবকে নোৱাৰিম। বাপুদেউ, তাইৰ ভৱিষ্যতটো তেনেই সাধাৰণ হ'ব বুলিয়ে কওক।

দৈৱজ্ঞ ঃ তোমালোক দুয়োৰে ভাগ্য একেই।

ইৰাচ ঃ কিন্তু কেনেকৈ ? বিতংকৈ ক'ব লাগিব।



দৈৱজ্ঞ ঃ মই ক'বলগীয়াখিনি ক'লোঁ।

ইৰাচ ঃ মই তাইতকৈ এধানমানো বেছি ভাগ্যৱতী নহয়নে?

ছাৰমিয়ান ঃ বাৰু, তুমি মোতকৈ কিঞ্চিৎ বেছি ভাগ্যৱতী হোৱা হ'লে কাকনো পচন্দ কৰিলাহেঁতেন?

ইৰাচ ঃ মানুহজনৰ নাকটো চাই নহয় কিন্তু দেই।

ছাৰমিয়ান ঃ ভগৱানে যেন আমাৰ মনৰ বেয়া ভাৱবোৰ নোহোৱা কৰে! এলেক্সাচ, আহা। এওঁৰ ভাগ্যত কি আছে কওকচোন। হে দেৱী আইচিচ, মই তোমাক কাতৰ প্ৰাৰ্থনা কৰিছোঁ। এওঁ যেন এনে এজনীক বিয়া কৰাবলৈ পায় যি ভালকৈ খোজেই কাঢ়িব নোৱাৰে। এইজনীও যেন বেছি দিন নাথাকে যাতে তেওঁ ইয়াতকৈও অধম এজনীক আদৰিবলগীয়া হয়। এইদৰে যেন মৃত্যু পৰ্যন্ত তিৰোতাৰদ্বাৰা প্ৰৱঞ্চিত হয়। হে দেৱী আইচিচ, মই তোমাক কাতৰ প্ৰাৰ্থনা কৰিছোঁ ; মোৰ অন্য অনুৰোধ নাৰাখিলেও এইটো ৰাখা যেন।

ইৰাচ ঃ সেয়ে হয় যেন। হে দেৱী, তোমাৰ ভক্তসবৰ প্ৰাৰ্থনা শুনা। ভাল মানুহ এজনে অসতী তিৰোতা পোৱাটো যেনেকৈ বৰ হৃদয় বিদাৰক কথা, সেইদৰে দুষ্টলোক এজন তিৰোতাৰদ্বাৰা প্ৰৱঞ্চিত নোহোৱাটোও অতি দুখৰ কথা। সেয়ে কৈছোঁ, হে দেৱী, বিধি মতে যেন তেওঁৰ ভাগ্য থিৰ কৰা হয়।

ছাৰমিয়ান ঃ সেয়ে হয় যেন।

এলেক্সাচ ঃ দেখিলানে? মোক যদি এওঁলোকে অসতী তিৰোতাৰ পতি কৰিব পাৰিলেহেঁতেন তেন্তে এওঁলোক নিজেই একোজনী ব্যভিচাৰী নাৰী হ'লহেঁতেন।

ইনবাৰবাব ঃ মনে মনে থাকা। এয়া এণ্টনি আহিছে।

(ক্লিঅ'পেট্ৰাৰ প্ৰৱেশ)

ছাৰমিয়ান ঃ তেওঁ নহয় ; ৰাণীহে।

ক্লিঅ'পেট্ৰা ঃ তোমালোকে এণ্টনিক দেখিছিলানে?

ইনবাৰবাচ ঃ নাই দেখা, মহাৰাণী।

ক্লিঅ'পেট্ৰা ঃ তেওঁ ইয়াতে নাছিল জানো?

ছাৰমিয়ান ঃ নাছিল।

ক্লিঅ'পেট্ৰা ঃ তেওঁ আমোদ-প্ৰমোদ কৰিবলৈ ইচ্ছা কৰিছিল ; কিন্তু মনত ৰোমৰ চিন্তা সোমাল। ইনবাৰবাচ!

ইন'বাৰবাচ ঃ মহাৰাণী!

ক্লিঅ'পেট্ৰা ঃ যোৱা, তেওঁক বিচাৰি ইয়ালৈ আনাগৈ। আলেক্সাচ ক'ত?

অলেক্সাচ ঃ মই ইয়াতে আছোঁ, মহাৰাণী। আদেশ কৰক। এয়া মহাৰাজ আহিছে।

(এজন দূত আৰু আলধৰা জনচেৰেকৰ সৈতে এণ্টনিৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ মই তেওঁৰ ফালে নাচাওঁ। তোমালোক মোৰ লগত আহাঁ। (সকলোৰে প্ৰস্থান)

দূত ঃ আপোনাৰ প্ৰথমা পত্নী ফালভিয়াই পোনতে যুদ্ধখন আৰম্ভ কৰিলে।

এণ্টনি ঃ মোৰ ভাতৃ লুচিয়াচৰ বিৰুদ্ধে?

দূত ঃ হয়। কিন্তু সেই যুদ্ধ শীঘ্ৰে শেষ হ'ল আৰু পৰিস্থিতিয়ে তেওঁলোকক বন্ধুত্ব স্থাপন কৰিবলৈ বাধ্য কৰালে যাতে তেওঁলোকে লগে লগে চীজাৰৰ বিৰুদ্ধে যুঁজিব পাৰে। পিছে প্ৰথমখন যুঁজতে চীজাৰ জয়ী হৈ তেওঁলোকক ইটালিৰ পৰা উলিয়াই পঠিয়ালে।

এণ্টনি ঃ বাৰু! আটাইতকৈ বেয়া খবৰ কি?

দূত ঃ বেয়া বাৰ্তা বহন কৰাজনকো বেয়া বুলি ভবা হয়।

এণ্টনি ঃ মূৰ্খ বা ভীৰু লোকৰ ক্ষেত্ৰতহে এইটো প্ৰযোজ্য। কৈ যোৱা। যিবোৰ ঘটি গ'ল সেইবোৰ মোৰ বাবে অতীত। মোক সঁচা



কথা ক'লে সেই সত্য মৃত্যু সম নিষ্ঠুৰ হ'লেও তাক মই প্ৰশংসা বুলিয়ে বিবেচনা কৰোঁ।

দূত ঃ অপ্ৰিয় খবৰটো হ'ল লেবিনাচে তেওঁৰ পাৰ্থিয়ান সৈন্য-বাহিনীৰ সহায়ত এচিয়া কৰায়ত্ত কৰিলে। য়ুফ্ৰেটিচ আৰু চিৰিয়াৰ পৰা লিদিয়া আৰু আয়নিয়ালৈকে তেওঁ বিজয় পতাকা উৰুৱাইছে। ইফালে এই সময় ছোৱাত—

এণ্টনি ঃ বুজিছোঁ, তুমি এণ্টনিৰ কথা ক'ব খুজিছা।

দূত ঃ হে মোৰ প্ৰভু!

এণ্টনি ঃ সৰ্বসাধাৰণ লোকে কি কয় খোলা-খুলিকৈ কোৱা। ৰোমতনো ক্লিঅ'পেট্ৰাক কি নাম দিছে, ফালভিয়াই মোক যি দৰে কৰ্কথনা কৰিছে তুমিও সেই দৰেই কোৱা। তোমাক যিমান স্বাধীনতা লাগে সিমানেৰে মোৰ দোষ-ত্ৰুটিবোৰ ব্যংগ-বিদ্ৰূপ কৰা। আমাৰ মনবোৰ সজাগ হৈ নাথাকিলে অপ্ৰয়োজনীয় চিন্তাৰ বাঁহ হয় ; কিন্তু ভুলবোৰ আঙুলিয়াই দিলেহে সেইবোৰ আঁতৰাব পাৰি। বাৰু, অলপ সময়ৰ বাবে তুমি যাব পাৰা।

দূত ঃ আপুনি যি ভাল পায় সেয়ে হ'ব।

(প্ৰস্থান)

এণ্টনি ঃ চিচিয়নৰ পৰা কি খবৰ আহিছে? হেই, কোন আছা?

১ম লগুৱা ঃ চিচিয়ানৰ পৰা অহা কোনোবা মানুহ ইয়াত আছে নেকি?

২য় লগুৱা ঃ হয়, তেওঁ আপোনাৰ আদেশৰ বাবে অপেক্ষা কৰিছে।

এণ্টনি ঃ তেওঁক ইয়ালৈ আহিবলৈ কোৱা। এই মিচৰীয় শিকলি মই ছিঙিবই লাগিব ; ন'হলে যে কামনাসক্তিত মই নিজকে হেৰুৱাই পেলাম।

(হাতত পত্ৰ লৈ আন এজন দূতৰ প্ৰৱেশ)

কোন তুমি?

দূত ঃ আপোনাৰ পত্নী ফালভিয়া ঢুকাল।

এন্টনি ঃ ক'ত ঢুকাল তেওঁ?

দূত ঃ চিচিয়নত। তেওঁ কিমান দিন অসুখত পৰি আছিল সেই বিষয়ে আৰু অন্যান্য জৰুৰী বাৰ্তা এই পত্ৰতে পাব।

(পত্ৰ দিয়ে)

এন্টনি ঃ এতিয়া মোক অকলে থাকিবলৈ দিয়া।

(দূত আৰু লগুৱাসকল ওলাই যায়)

এন্টনি ঃ এগৰাকী মহিয়সী নাৰী চিৰ দিনৰ বাবে গুচি গ'ল। এইটো আচলতে মই বিচাৰিছিলোঁৱেই। কিন্তু বেয়া পাই পেলাই দিয়া বস্তুক দেখোন আমি পুনৰ পাবলৈ বিচাৰোঁ। এতিয়া ভাল পোৱাটো চকৰিৰ দৰে ঘূৰি গৈ বেয়া পোৱাত পৰিণত হয়। মৃত্যুৰ পিছত তেওঁক এতিয়া ভাল যেন লাগিছে। যিখন হাতেৰে মই তেওঁক মৃত্যুৰ ফালে ঠেলি দিছিলোঁ সেইখন হাতেৰেই যদি তেওঁক পুনৰ ওভতাই আনিব পাৰিলোহেঁতেন! এই মোহময়ী ৰাণীৰ বান্ধ ছিঙি মই যাবই লাগিব। এতিয়ালৈকে যি ভুল কৰিলোঁ, কৰিলোঁ। কিন্তু মোৰ অৰ্কমান্যতাই আৰু হাজাৰটা অপকাৰ কৰিব পাৰে। ইন'বাৰবাচ! তুমি ক'ত?

(ইন'বাৰবাচৰ প্ৰৱেশ)

ইন'বাৰবাচ ঃ মহাৰাজৰ কি ইচ্ছা?

এন্টনি ঃ মই ইয়াৰ পৰা এতিয়াই যাব লাগিব।

ইন'বাৰবাচ ঃ তেতিয়া হ'লে আমি আমাৰ আটাইবোৰ তিৰোতাক মাৰি পেলোৱাৰ দৰে হ'ব। এইটো তেওঁলোকৰ বাবে বৰ নিষ্ঠুৰ কথা হ'ব। আমি ইয়াৰ পৰা গুচি যোৱা মানে তেওঁলোকৰ নিশ্চিত মৃত্যু।

এন্টনি ঃ মই যাবই লাগিব।

ইন'বাৰবাচ ঃ অতি প্ৰয়োজনত তিৰোতাৰ মৃত্যু হ'বলগীয়া হ'লেও হওক।



কিবা মহৎ উদ্দেশ্য সাধনৰ বাবে স্ত্ৰীক হেৰুৱাব লগা হ'লেও কথা নাই; কিন্তু বিনা কাৰণত তেওঁলোকক এৰিব লগা হোৱাটো পুতৌৰ কথা। এই কথা অলপীয়াকৈ ক্লিঅ'পেট্ৰাৰ কাণত পৰিলেই তেওঁ মৃতপ্ৰায় হ'ব সেয়া ধ্ৰুপ। ইয়াতকৈ সৰু কথাত অনেকবাৰ মৃতপ্ৰায় হোৱা মই তেওঁক দেখিছোঁ। তেওঁ ইমান সহজে মৃত্যুৰ বাবে প্ৰস্তুত হৈ থাকে যে মোৰ ভাব হয় মৃত্যুৰ যোগেদি যেন তেওঁ কিবা প্ৰিয় কৰ্মহে কৰিবলৈ বিচাৰে।

এন্টনি ঃ তেওঁ কিমান টেঙৰ সেয়া মানুহে ভাবিবই নোৱাৰে।

ইন'বাৰবাচ ঃ সেইটো নহয়, মহাৰাজ! তেওঁৰ আৱেগবোৰ উত্তম প্ৰেমৰহে প্ৰকাশ। আমি তেওঁৰ হুমুনিয়াহ আৰু চকুলোক সাধাৰণ বতাহ-বৰষুণ বুলিব নোৱাৰোঁ। সেইবিলাক পঞ্জিকাত বৰ্ণনা কৰা ভয়ানক ধুমুহাৰ নিচিনাহে। তেওঁৰ কাম-কাজত কোনো টেঙৰামি নাই। তেওঁৰ চকুৰ পানী বৰুণ দেৱতাৰ বৃষ্টিৰ নিচিনা।

এন্টনি ঃ মই যদি তেওঁক দেখা নাপালোঁহেঁতেন!

ইন'বাৰবাচ ঃ তেতিয়া আপুনি এটি আচৰিত বস্তু নেদেখাকৈয়ে থাকি গ'লহেঁতেন আৰু ভ্ৰমণকাৰী হিচাপে আপোনাৰ যশস্যাও ম্লান হ'লহেঁতেন।

এন্টনি ঃ ফালভিয়া ঢুকাল!

ইন'বাৰবাচ ঃ প্ৰভু?

এন্টনি ঃ ফালভিয়া ঢুকাল।

ইন'বাৰবাচ ঃ ফালভিয়া?

এন্টনি ঃ ঢুকাল।

ইন'বাৰবাচ ঃ তেন্তে প্ৰভু, আপুনি দেৱসবক ধন্যবাদ দিয়া উচিত। দেৱতাসকলে মানুহ এজনৰ পত্নীক সিপুৰীলৈ লৈ যোৱা কথাটোৱে ইয়াকে সূচায় যে তেওঁলোক দৰ্জীৰ নিচিনা। পিন্ধা কাপোৰ ফাটি-ছিটি গ'লে নতুন এসাজ কৰাই ল'ব পাৰি। ফালভিয়াৰ

বাহিৰে অন্য এগৰাকী নথকা হ'লেহে এইটো আপোনাৰ ডাঙৰ ক্ষতি বুলিব পৰা হ'লহেঁতেন, আৰু তেতিয়া শোক কৰিবলগীয়া কথা হ'লহেঁতেন। এই শোকৰ লগতে সান্ত্বনাও আছে ; আপোনাৰ পুৰণি কাপোৰযোৰৰ পৰাই নতুন এযোৰ ওলাইছে। আৰু পিয়াঁজতহে আছে আপোনাৰ চকুৰ পানী।

এণ্টনি ঃ তেওঁ ৰোমত যি পৰিস্থিতিৰ সৃষ্টি কৰি থৈ গ'ল মই আৰু ইয়াত এখন্তেকো থাকিব নোৱাৰোঁ।

ইন'বাৰবাচ ঃ আৰু ইয়াত আপুনি যি কাম কৰিছে সেয়া আপোনাৰ অবিহনে হ'ব নোৱাৰে। বিশেষকৈ ক্লিঅ'পেট্ৰাৰ সমস্ত কাম-কাজ আপুনি ইয়াত থকাৰ ওপৰতে নিৰ্ভৰ কৰিছে।

এণ্টনি ঃ মই আৰু পাতলীয়া উত্তৰ শুনিব নোখোজোঁ। মোৰ উদ্দেশ্যৰ কথা আমাৰ বিষয়াসকলক জনোৱা। ইয়াৰপৰা লৰালৰিকৈ যাবলগীয়া হোৱা কথাটো ৰাণীক জনাই তেওঁৰপৰা বিদায় লম। কেৱল ফালভিয়াৰ মৃত্যু আৰু অন্যান্য জৰুৰী কথাৰ বাবেই নহয় ; ৰোমৰ মোৰ বন্ধু-বান্ধৱসকলেও মই যোৱাটো বিচাৰিছে। চেক্সটাচ পম্পিয়াচে চীজাৰৰ প্ৰতি প্ৰত্যাহ্বান জনাইছে আৰু সমস্ত সমুদ্ৰ তেওঁৰ দখললৈ নিছে। আমাৰ অস্থিৰ মনৰ জনতাই মানুহ এজনৰ গুণবোৰ দেখে তেওঁ নোহোৱা হোৱাৰ পিছতহে। এতিয়া আক' মহান পম্পিৰ গুণাৱলী আৰোপিত কৰিছে তেওঁৰ পুত্ৰৰ ওপৰত। নাম আৰু ক্ষমতাৰ উচ্চ শিখৰত থকা এই পুত্ৰই এতিয়া থিয় দিছে বিশ্বৰ শ্ৰেষ্ঠ যোদ্ধা হিচাপে। এইদৰে হ'লে তেওঁ সমগ্ৰ বিশ্বকে বিপদাপন্ন কৰিব পাৰে। আৰু অনেক কিবা কিবি ঘটি আছে। ঘোঁৰাৰ নোমৰ দৰে সেইবোৰত প্ৰাণ আছে যদিও এতিয়াও সৰ্পৰ দৰে বিষাক্ত হৈ উঠা নাই। আমাৰ অধীনত থকা সকলোকে কোৱা মোৰ প্ৰত্যাগমনৰ কথা।

ইন'বাৰবাচ ঃ মই এতিয়াই কমগৈ।

(সকলোৰে প্ৰস্থান)



## দৃশ্য ৩

### স্থান ঃ একেই

(ক্লিঅ'পেট্ৰা, ছাৰমিয়ান, ইৰাচ আৰু এলেক্সাচৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ তেওঁ ক'ত?

ছাৰমিয়ান ঃ তেতিয়াৰ পৰা তেখেতক মই দেখা নাই।

ক্লিঅ'পেট্ৰা ঃ যোৱা, তেওঁ ক'ত আছে, কাৰ লগত আছে, কি কৰিছে চাই আহাঁ। তোমাক মই পঠোৱা বুলি নক'বা। তুমি যদি তেওঁক বেজাৰমুৱা দেখা ক'বা যে মই আনন্দত নাচি-বাগি আছোঁ। যদিহে তেওঁ ৰং-ৰহইচ কৰি থকা পোৱা, ক'বা মই হঠাতে অসুখত পৰিলোঁ। শীঘ্ৰে যোৱা ; যোৱা আৰু শীঘ্ৰে উভতি আহাঁ।

ছাৰমিয়ান ঃ মহাৰাণী, মোৰ মনে আপুনি তেখেতক খুউব ভাল পায় যদিও তেখেতৰ পৰা সমান ভাল পোৱা আদায় কৰাৰ কৌশল আপুনি নাজানে।

ক্লিঅ'পেট্ৰা ঃ মইনো কি কৰিব লাগে?

ছাৰমিয়ান ঃ তেখেতে বিচৰা মতেই সব হ'বলৈ দিব। হকা- বাধা নকৰিব।

ক্লিঅ'পেট্ৰা ঃ তুমি মূৰ্খৰ দৰেহে শিক্ষা দিছা। এইটো তেওঁক হেৰুওৱাৰ বুধিহে।

ছাৰমিয়ান ঃ তেখেতক বৰকৈ প্ৰলুব্ধ নকৰিব। আপুনি ইমানতে ক্ষান্ত হয় যেন। আমি হেৰুৱাম বুলি ভয় কৰা বস্তুক সময়ত আক' ঘৃণাও কৰোঁ।

(এণ্টনিৰ প্ৰৱেশ)

এয়া এণ্টনি আহিছেই।

ক্লিঅ'পেট্ৰা ঃ মই অসুখীয়াৰ দৰে মন মাৰি থাকিম।

এন্টনি : মোৰ উদ্দেশ্যৰ কথা ক'ৱলগীয়া হোৱাত মই নিজেই দুখ পাইছোঁ।

ক্লিঅ'পেট্ৰা : ছাৰমিয়ান, মোক ধৰাচোন ; নহ'লে পৰিম এতিয়া। এই কষ্ট বেছি দিন নাথাকে। মানুহৰ শক্তিয়ে ইমান সহিব নোৱাৰে।

এন্টনি : হে মোৰ প্ৰিয়া মহাৰাণী.....................

ক্লিঅ'পেট্ৰা : অনুগ্ৰহ কৰি মোৰ পৰা আঁতৰি থাকে যেন।

এন্টনি : কথাটোনো কি?

কিঅ'পেট্ৰা : মই তোমাৰ চাৰনিৰপৰাই ধৰিব পাৰিছোঁ যে কিবা ভাল খবৰ আছে। সেই বিবাহিতা মহিলাগৰাকীয়ে তোমাক যাবলৈ কৈছে নেকি? তেওঁ যদি তোমাক ইয়ালৈ আহিবলৈ নিদিলেহেঁতেন! তোমাক ইয়াত মই ৰাখি থৈছোঁ বুলি যেন তেওঁ নকয়। তোমাৰ ওপৰত মোৰ কোনো প্ৰভাৱ নাই। তুমি তেওঁৰহে।

এন্টনি : দেৱসবে অতি ভালকৈ জানে যে—

ক্লিঅ'পেট্ৰা : কোনো ৰাণী কেতিয়াও ইমানকৈ প্ৰৱঞ্চিতা হোৱা নাই। অৱশ্যে মই পহিলাৰ পৰাই তোমাৰ প্ৰৱঞ্চনাৰ কথা ধৰিব পাৰিছিলোঁ।

এন্টনি : ক্লিঅ'পেট্ৰা—

ক্লিঅ'পেট্ৰা : তুমি ফালভিয়াৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছাই : গতিকে তুমি মোৰেই হৈ থাকিবা বুলি মই কিয় ভাবিম? তুমি মুখেৰে লোৱা শপতবোৰ লগে লগেই ভঙ্গ হৈ যায়। সেইবোৰ বিশ্বাস কৰাটো মাৰাত্মক বাতুলতাহে।

এন্টনি : মোৰ প্ৰিয়তমা ৰাণী—

ক্লিঅ'পেট্ৰা : নহয়, তুমি ইয়াৰ পৰা যোৱাৰ বাবে মিছা অজুহাত নিবিচাৰিবা। বিদায় লোৱা আৰু যোৱা। যেতিয়া তুমি ইয়াত থকাৰ অনুমতি বিচাৰিছিলা তেতিয়া বহুত কথাই কৈছিলা ; তেতিয়াতো যোৱাৰ কথা কোৱা নাছিলা। মোৰ দুই ওঁঠ আৰু দুচকুত তেতিয়া দেখিছিলা অনন্ত সময় ; চেলাউৰিৰ ভাঁজত পাইছিলা সুখ আৰু আনন্দ ; মোৰ দেহৰ প্ৰতিটো অংগই আছিল স্বৰ্গীয় মূলৰ। সেইবোৰ এতিয়াও তেনেই, নহ'লে পৃথিৱীৰ শ্ৰেষ্ঠ যোদ্ধা হৈ তুমি মিছলীয়া বুলি অপবাদ পাবা।



এন্টনি : এইবোৰ কি কৈছা, ৰাণী?

ক্লিঅ'পেট্ৰা : মই যদি তোমাৰ সমকক্ষ হ'লোহেঁতেন তেতিয়া বুজিলাহেঁতেন ইজিপ্তৰ ৰাণীৰো সাহস আছে।

এন্টনি : মোৰ কথা শুনাচোন, ৰাণী।

বিশেষ প্ৰয়োজনতহে মই যাবলগীয়া হৈছে ; মই গ'লেও কিন্তু মোৰ অন্তৰখন তোমাৰ লগতে থাকি যাব। আমাৰ ইটালি এতিয়া গৃহযুদ্ধত জ্বলি উঠিছে; চেক্সাচ্ পম্পিয়াচ্ আগবাঢ়ি ৰোমৰ বন্দৰৰ ওচৰ পাইছেগৈ। স্বদেশৰ ভিতৰতে দুটা সমান শক্তি থাকিলে কোনেও কাকো বিশ্বাস নকৰা দলৰ সৃষ্টি হয়। প্ৰভাৱশালী হ'লে এসময়ৰ ঘৃণীত সকলো আদৰণীয় হয়। এসময়ৰ নিন্দিত পম্পি এতিয়া পিতৃ গৌৰৱেৰে গৌৰৱান্বিত হৈ বৰ্তমান শাসন ব্যৱস্থাত সুযোগ সুবিধা আদায় কৰিব নোৱাৰাসকলৰ বাবে অতি আপোন হৈ পৰিছে। বৃদ্ধি পাব ধৰিছে তেনে লোকৰ সংখ্যা। বেছি দীঘলীয়া হ'লে শান্তি আৰু নীৰৱতাও পৰিৱৰ্তিত হ'ব পাৰে ভয়াৱহ অশান্তিলৈ। মোৰ যোৱাৰ বিশেষ ব্যক্তিগত কাৰণটো হ'ল ফালভিয়াৰ মৃত্যু। মই যোৱাটো যে উচিত সেই বিষয়ে এতিয়া তুমিও নিশ্চয় একমত হ'বা।

ক্লিঅ'পেট্ৰা : বয়সে মোৰ নিৰ্বুধিতা নাইকিয়া কৰিব পৰা নাই যদিও এতিয়া মই ল'ৰামতীয়া হৈ থকা নাই। ফালভিয়াৰ মৃত্যু হ'ব পাৰেনে?

এন্টনি : হয়, মোৰ প্ৰিয় মহাৰাণী, তেওঁ আৰু নাই।

(পত্ৰ দিয়ে) এইখন চোৱা আৰু যেতিয়াই সময় হয় পঢ়িলে দেখিবা তেওঁ কিমান হুলস্থূলৰ সৃষ্টি কৰি থৈ গ'ল। আটাইতকৈ ভাল খবৰটো শেষৰ ফালে আছে। তেওঁ ক'ত আৰু কেনেকৈ মৃত্যু হ'ল দেখিবা।

ক্লিঅ'পেট্ৰা : এইবোৰ সব প্ৰেমাভিনয়। শোকৰ পানীৰে পূৰাব পৰা পৱিত্ৰ পাত্ৰবোৰ ক'ত? ফালভিয়াৰ মৃত্যুৱে দেখুৱাইছে মোৰ মৃত্যুকো তুমি কি দৰে ল'বা।

এন্টনি : আৰু তৰ্ক নকৰিবা ; মোৰ উদ্দেশ্যৰ কথা জানিবলৈ প্ৰস্তুত হোৱা। তোমাৰ পৰামৰ্শ মতেই কৰিম। নীল নদীৰ বালিকো জীৱন্ত কৰি তোলা সূৰ্যৰ নামত শপত খাই কৈছোঁ তুমি যি ধৰণেই বিচাৰা সেই ধৰণেই মই যাম— যোদ্ধা হিচাপে অথবা ভৃত্য হিচাপে ; যুদ্ধ কৰিবলৈ বা শান্তি স্থাপন কৰিবলৈ।

ক্লিঅ'পেট্ৰা : ছাৰমিয়ান, ফিটাডাল কাটি দিয়া। বাৰু হ'ব ; মোৰ এই ভাল, এই বেয়া। এন্টনিৰ প্ৰেমো এনেকুৱাই।

এন্টনি : হে মোৰ প্ৰিয়তমা ৰাণী, তেনেদৰে নক'বা। হওক মোৰ প্ৰেমৰ পৰীক্ষা, হোৱা তুমি সাক্ষী তাৰ।

ক্লিঅ'পেট্ৰা : ফালভিয়াই ইয়াকে কৈ গ'ল। সিফালে মুখ কৰি কান্দি বিদায় লোৱা আৰু কোৱা এই চকুলো ইজিপ্তৰ ৰাণীৰ বাবেই। আৰু এবাৰ অভিনয় কৰা ; এই অভিনয় সত্য যেনেই লাগে যেন।

এন্টনি : আৰু নক'বা। মোৰ হয়তো খং উঠিব পাৰে।

ক্লিঅ'পেট্ৰা : তুমি ইয়াতকৈও বেছি কৰিব পাৰা। অৱশ্যে এতিয়া ইমানেই যথেষ্ট।

এন্টনি : এই মোৰ তৰোৱাল—



ক্লিঅ'পেট্ৰা : আৰু ঢাল। তুমি যথেষ্ট উন্নত হৈছা, কিন্তু উত্তম হোৱা নাই। চোৱাচোন ছাৰমিয়ান, এই হাৰক্যিউলিয়াচৰ বংশধৰজনে কেনেকৈ খঙাল মানুহৰ অভিনয় কৰিছে।

এন্টনি : ৰাণী, মই তোমাক এৰি এতিয়াই যাম।

ক্লিঅ'পেট্ৰা : হে মোৰ বিনয়ী স্বামী, এষাৰ কথা মাত্ৰ শুনি যোৱা। তুমি মই এৰা এৰি হ'বই লাগিব ; সেয়ে এই বিষয়ে মই ক'ব খোজা নাই। আমি ইজনে সিজনক ভাল পাইছিলোঁ ; কিন্তু সেই ভাল পোৱা আৰু নাই। এই কথা তুমি ভালকৈ জানা। মই অন্য এটা কথাহে ক'ব খুজিছোঁ— কিন্তু মই এন্টনিৰ দৰেই সকলো পাহৰি গৈছোঁ। মোকো এন্টনিয়ে পাহৰিছে।

এন্টনি : কিন্তু তুমি যদি ইমান তুচ্ছ কথাত লাগি থাকা তেন্তে মই তোমাক চপলামিৰ প্ৰতীক বুলিয়ে ধৰি ল'ম।

ক্লিঅ'পেট্ৰা : এই চপলামি সহ্য কৰিব পৰাটো ক্লিঅ'পেট্ৰাৰ বাবে কঠিন হৈ পৰিছে। কিন্তু মোক ক্ষমা কৰা ; তুমি যে মোৰ এই ব্যৱহাৰ ভাল পোৱা নাই সেই কথাই মোক মনোকষ্ট দিছে। এয়া তোমাৰ কৰ্তব্যৰ আহ্বান ; গতিকে মোৰ কথালৈ কাণ দিব নালাগে। দেৱসবে যেন তোমাৰ মংগল কৰে! তোমাৰ তৰোৱালৰ আগত যেন বিজয় মালা উৰে আৰু তুমি যেন ~~পদে পদে সফলতা লাভ কৰা।~~

এন্টনি : যাওঁ বলা। অ' শুনা, যদিও এয়া বিচ্ছেদ আমি কিন্তু এৰা এৰি হোৱা নাই। তুমি ইয়াত থাকিও মোৰ লগতে যোৱাৰ নিচিনা ; আৰু যদিওবা মই ৰোমলৈ যাবলৈ ওলাইছোঁ, প্ৰকৃততে কিন্তু তোমাৰ সঙ্গতে থাকি যাম। ব'লা।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ৪

ৰোমঃ অক্টোভিয়াচ চীজাৰৰ বাসভৱনৰ এটা কোঠালি। পত্ৰপাঠ কৰি অক্টোভিয়াচৰ প্ৰৱেশ; লগত লেপিদাচ আৰু পৰিষদবৰ্গ।

চীজাৰ : চোৱা লেপিদাচ, আৰু এতিয়াৰ পৰা জানি লোৱা আমাৰ মহান সহযোগীজনক ঘৃণা কৰাৰ দৰে কাম চীজাৰে নকৰে। আলেকজেন্দ্ৰিয়াৰ খবৰ এই ধৰণৰ ঃ এণ্টনিয়ে গোটেই ৰাতি মদ্যপান আৰু ৰং-ধেমালি কৰি কটায়। ক্লিঅ'পেট্ৰাতকৈ তেওঁ বেছি পুৰুষ সুলভ নহয় অথবা টলেমিৰ ৰাণীকো তেওঁতকৈ বেছি নাৰী সুলভ বুলিব নোৱাৰি। তেওঁ কাকো সাক্ষাৎ দিবলৈ নিবিচাৰে আৰু তেওঁৰ যে আন সহযোগী আছে সেইটোও ভাবিবলৈ এৰি দিছে। এই চিঠিতেই তুমি দেখিবা তেওঁ মানুহে কৰিব পৰা সকলো দোষেই কৰিছে।

লেপিদাচ : তেওঁৰ সকলো গুণ ঢাক খাই যোৱাকৈ বেয়া কাম কৰিছে বুলি মই নাভাবোঁ। তেওঁৰ দোষবোৰ আন্ধাৰ ৰাতিৰ তৰাৰ পোহৰৰ দৰে। এইবোৰ দুৰ্বলতা তেওঁ জন্মসূত্ৰে পাইছে, নিজে কৰা দোষ নহয়। সেয়ে তেওঁ এইবোৰ সলাবও নোৱাৰে, এৰিবও নোৱাৰে।

চীজাৰ : তুমি বেছি কোমল। ধৰি ল'লো টলেমিৰ পত্নীৰ সৈতে প্ৰেম কৰা, আমোদ-প্ৰমোদৰ বাবে ৰাজ্য ত্যাগ কৰা, কৃতদাসৰ লগত মদ্য পান কৰি সময় কটোৱা, দুপৰীয়া মাতাল হৈ পথত ঘুৰি ফুৰা, দুৰ্বৃত্ত লোকৰ চৰ-ঘোঁচা খাই থকা — এইবোৰ দোষণীয় কাম নহয় (অৱশ্যে এইবোৰে দূষিত কৰিব নোৱৰাজন অসাধাৰণ চৰিত্ৰৰ হ'ব লাগিব) ; কিন্তু যিহেতু আমি তেওঁৰ দোষৰ বোজা বব লগা হৈছে, এণ্টনিয়ে তেওঁৰ কুকৰ্মৰ পৰিণামৰ পৰা সাৰি যাব নোৱাৰে। যদিহে তেওঁ



আজৰি পৰত ইন্দ্ৰিয় সুখতে মগ্ন হৈ আছে, অধিক ভোজন আৰু বাত বিষে তেওঁক উচিত শাস্তি দিবই। কিন্তু জ্ঞানৰ অপব্যৱহাৰ কৰি আমোদ-প্ৰমোদত মগ্ন হৈ থকা কিশোৰ এজন যিদৰে গালি খাবৰ যোগ্য, ৰাষ্ট্ৰৰ কামত খটাব লগা সময় লাহ-বিলাহত ব্যয় কৰাৰ বাবে এণ্টনিও কৰ্কথিত হ'বৰ যোগ্য।

(এজন দূতৰ প্ৰৱেশ)

লেপিদাচ : এয়া আৰু কিবা খবৰ আহিছে।

দূত : আপোনাৰ আদেশ পালন কৰা হৈছে আৰু ৰোমৰ বাহিৰত কি ঘটি থাকে তাৰ খবৰ পলে পলে পাই থাকিব। পম্পি এতিয়া সমুদ্ৰ ক্ষেত্ৰত ক্ষমতাশালী হৈ উঠিছে আৰু চীজাৰক ভয় কৰাসকল তেওঁৰ লগ লাগিছেগৈ। মানুহেও এই বুলি কোৱা কুই কৰিছে বোলে পম্পিক যথেষ্ট অন্যায় কৰা হৈছে।

চীজাৰ : এইটোতো জনা কথাই!
ৰাষ্ট্ৰৰ আৰম্ভণিৰ পৰাই দেখি-বুজি আহিছোঁ ক্ষমতাধিস্থ সকলে ক্ষমতা থকালৈকেহে সমৰ্থন পায়। ক্ষমতাহীন হোৱা-জনক মানুহেও হেয় জ্ঞান কৰে আৰু যেতিয়া তেওঁক মানুহে ভাল পাবলৈ আৰম্ভ কৰে তেতিয়া তেওঁ ক্ষমতাত নাথাকেই। নিজৰাৰ সোঁতত উপঙি ফুৰা খাগৰি এডালৰ দৰে এই সাধাৰণ মানুহবোৰেও অগা-পিছা কৰি ফুৰে আৰু প্ৰতিটো পৰিবৰ্তনক অন্ধভাৱে অনুসৰণ কৰি নিজকে নিশেষ কৰি দিয়ে।

দূত : চীজাৰ, আৰু খবৰ শুনক।
মিনিক্ৰেটিজ আৰু মিনাচ নামৰ কুখ্যাত জলদস্যু দুজন সমুদ্ৰত টিঘিলঘিলাই ফুৰিছে। উপকূলীয় অধিবাসীসকল এই কথা ভাবিয়েই ভয়ত শেতা পৰিছে। কোনো জাহাজ বন্দৰ এৰি যাব নোৱৰা হৈছে, কাৰণ দেখা মাত্ৰে সিহঁতে ধৰি

পেলায়। পম্পিৰ নামটোৱেই এতিয়া যিমান আতংক আৰু ধ্বংসৰ কাৰণ হৈছে তেওঁৰ বিৰুদ্ধে যুদ্ধ কৰিলেও সিমান নহ'লহেঁতেন।

চীজাৰ : এণ্টনি, তোমাৰ কামুক আমোদ-প্ৰমোদ ত্যাগ কৰা। তুমি যেতিয়া মদিনাত হিৰটিয়াচ আৰু পান্‌চা নামৰ শাসক দুজনক বধ কৰি আহিছিলা তেতিয়া দুৰ্ভিক্ষই তোমাৰ লগ এৰা নাছিল। কিন্তু অসীম ধৈৰ্যৰে তুমি সেই আকালৰ সম্মুখীন হৈছিলা। তুমি পান কৰিছিলা অশ্বৰ মূত্ৰ আৰু বোকাসনা পানী— যিবোৰ বনৰ জন্তুৰো অখাদ্য। ভক্ষণ কৰিছিলা অৰণ্যৰ অখাদ্য ফল। শস্য ক্ষেত্ৰ যেতিয়া বৰফে আবৃত কৰিছিল মতা মৃগৰ দৰে তুমি ভোজন কৰিছিলা বনৰীয়া গছৰ ছাল। শুনিছোঁ, আলপ্‌চ্‌ পৰ্বতত তুমি এনে অদ্ভুত মাংস ভক্ষণ কৰিছিলা যিবোৰ অন্য লোকে প্ৰত্যক্ষ কৰিলেই মৃত্যু মুখত পৰিছিল। আৰু এইবোৰ এজন প্ৰকৃত যোদ্ধাৰ দৰে এনে দৰে সহ্য কৰিছিলা যে তোমাৰ মুখমণ্ডল ধনিষ্ঠা মানো মলিন পৰা নাছিল।

লেপিদাচ : তেওঁৰ বাবে এইটো পুতৌৰ কথা।

চীজাৰ : তেওঁৰ লজ্জাবোধে যেন তেওঁক শীঘ্ৰে ৰোমলৈ ঘূৰাই আনে। আমি দুয়ো যুদ্ধক্ষেত্ৰলৈ যোৱাৰ সময় এয়া। এই সম্পৰ্কে আমি এতিয়াই আলোচনা কৰিম। আমাৰ নিষ্ক্ৰিয়তাৰ সুযোগ লৈ পম্পি আগবাঢ়িছে।

লেপিদাচ : চীজাৰ, জল, স্থল দুয়ো ক্ষেত্ৰতে কেনেকৈ বৰ্তমান পৰিস্থিতিৰ সম্মুখীন হ'ব পাৰি সেই বিষয়ে মই কালিলৈ ক'ব পাৰিম।

চীজাৰ : সেই পৰ্যন্ত মই এই কামতে ব্যস্ত থাকিম। এতিয়া বিদায়।

লেপিদাচ : বিদায়, চীজাৰ। ইতিমধ্যে ৰাজ্যৰ বাহিৰত কিবা ঘটনা ঘটাৰ সংবাদ পালে মোকো যেন জানিবলৈ দিয়ে।

চীজাৰ : সেই বিষয়ে সন্দিহান নহ'ব। মই জানো এইটো মোৰ কৰ্তব্য।

(সকলো প্ৰস্থান)



## দৃশ্য ৫

### আলেকজেন্দ্ৰিয়া : ক্লিঅ'পেট্ৰাৰ প্ৰাসাদ

(ক্লিঅ'পেট্ৰা, ছাৰমিয়ান ইৰাচ আৰু মাৰ্দিয়ানৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা : ছাৰমিয়ান!

ছাৰমিয়ান : মহাৰাণী।

ক্লিঅ'পেট্ৰা : (হামিয়াই) মোক টোপনি আনিব পৰা পানীয়ৰ ব্যৱস্থা কৰা।

ছাৰমিয়ান : কিয়, মহাৰাণী?

ক্লিঅ'পেট্ৰা : যাতে মই এণ্টনি বিহীন সময় নিদ্ৰাত কটাব পাৰোঁ।

ছাৰমিয়ান : আপুনি তেওঁৰ কথা বেছিকৈ ভাবিছে।

ক্লিঅ'পেট্ৰা : আস্‌! এইটো যে বিশ্বাসঘাতকতা!

ছাৰমিয়ান : মহাৰাণী, মই কিন্তু তেনেকৈ নাভাবোঁ।

ক্লিঅ'পেট্ৰা : নপুংসক মাদ্ৰিয়ান!

মাৰ্দিয়ান : কওক ৰাণী আই, কি দৰে আপোনাক তুষ্ট কৰিব পাৰোঁ?

ক্লিঅ'পেট্ৰা : এতিয়া মই তোৰ গান শুনিব খোজা নাই। এই মুহূৰ্তত এটা নপুংসকৰ কোনো কামেই মোক আনন্দ দিব নোৱাৰে। তই ভাগ্যবান যে লিংগহীন হোৱা বাবে তোৰ মনৰ ভাববোৰ ~~ইজিপ্তৰ বাহিৰলৈ উৰা মাৰিব নোৱাৰে। বাৰু, তোৰ ভাব-~~ অনুভূতি আছেনে?

মাৰ্দিয়ান : আছে, দয়াশীলা মহাৰাণী।

ক্লিঅ'পেট্ৰা : সঁচাকৈয়েনে?

মাৰ্দিয়ান : কামে-কাজে নহয়, মহাৰাণী। যিটো সৎ তাৰ বাহিৰে মই একো কৰিব নোৱাৰোঁ। তথাপি মোৰ প্ৰবল ভাবাঁৱেগ আছে। প্ৰেমিক-প্ৰেমিকাৰ কথা মই জানো।

ক্লিঅ'পেট্ৰা ঃ ছাৰমিয়ান, তেওঁ বাৰু এতিয়া ক'ত আছে? থিয় দি আছে নে বহি আছে? খোজ কাঢ়িছেনে ঘোঁৰাত ফুৰিছে? এণ্টনিৰ বোজা ববলৈ পোৱা ঘোঁৰাটোও যে কিমান সুখী!

হে অশ্ব, আগবাঢ় সগৌৰৱে; তই জাননে কোন আছে তোৰ পিঠিত? সেইজন অৰ্ধ এট্‌লাচ, আক্ৰমণ আৰু আত্মৰক্ষা উভয়তে শ্ৰেষ্ঠ। সেয়া, তেওঁ এতিয়া চিঞৰিছে, নে গুণগুণাইছে ঃ 'ক'ত আছে নীল নদীৰ মোৰ সেই সৰীসৃপ?' এই নামেৰেই মাতিছিল মোক তেওঁ। ও, এতিয়া মই সুমধুৰ বিষ পান কৰিছোঁ! সূৰ্যৰ তাপত মই ক'লা পৰি গৈছোঁ আৰু মুখত পৰিছে মোৰ বয়সৰ ৰেখ। ভাবিছেনে বাৰু এণ্টনিয়ে মোৰ কথা? হে ভাগ্যবান চীজাৰ, তোমাৰ জীৱন কালত মই যেন আছিলোঁ এজন সম্ৰাটৰ সুখাদ্য আৰু মহান পম্পিও থৰ হৈ ৰৈছিল মোৰ এই মুখলৈ চাই।

(এলেক্সাচৰ প্ৰৱেশ। এওঁ এণ্টনিৰ ওচৰৰ পৰা আহিছে।)

এলেক্সাচ ঃ ইজিপ্তৰ মহাৰাণী, প্ৰণাম!

ক্লিঅ'পেট্ৰা ঃ তুমি মাৰ্ক এণ্টনিতকৈ কিমান পৃথক! অৱশ্যে এণ্টনিৰ কাষৰপৰা আহিছা যেতিয়া তেওঁৰ দ্বাৰা তুমিও প্ৰাণৱন্ত হৈছা। কেনে আছে মোৰ নিৰ্ভীক এণ্টনি ?

এলেক্সাচ ঃ তেওঁ কৰা শেষৰ কামটো হ'ল এই মুক্তাত চুম্বন কৰা। দুবাৰকৈ চুমা খালে এই প্ৰাচ্যৰ মুকুতাত। তেওঁৰ কথা এতিয়াও ধ্বনিত হৈ আছে মোৰ হৃদয়ত।

ক্লিঅ'পেট্ৰা ঃ সেয়া মই নিজ কাণেৰে শুনিব লাগিব।

এলেক্সাচ ঃ তেওঁ ক'লে ঃ 'হে প্ৰিয় বন্ধু, কবা, অবিচলিত ৰোমানজনে ইজিপ্তৰ মহীয়সী ৰাণীলৈ এই সাগৰীয় মুক্তা প্ৰেৰণ কৰিছে। ইয়াৰ উপৰি তেওঁৰ সমৃদ্ধ সিংহাসনত সংযোগ কৰিব অনেক ৰাজ্য। সমগ্ৰ প্ৰাচ্যই মহাৰাণী বুলি তেওঁক স্বীকাৰ কৰিব।'



ইয়াকে কৈ তেওঁ গম্ভীৰ মনেৰে যুঁজাৰু ঘোঁৰাত উঠিল। ঘোঁৰাটোৱে ইমান উচ্চস্বৰে হিঁহিয়াবলৈ ধৰিলে যে মই কিবা কোৱা হ'লেও তেওঁ নুশুনিলেহেঁতেন।

ক্লিঅ'পেট্ৰা ঃ বাৰু, তেওঁ বিষাদগ্ৰস্ত আছিল নে প্ৰফুল্লিত আছিল?

এলেক্সাচ ঃ অত্যন্ত গৰম আৰু শীতৰ মাজৰ বতৰ যেনেকুৱা, তেওঁক ঠিক তেনেকুৱাই দেখা গৈছিল। তেওঁ বেজাৰ মুৱাও নাছিল, আনন্দিতও নাছিল।

ক্লিঅ'পেট্ৰা ঃ কেনে খণ্ডিত প্ৰকৃতিৰ ব্যক্তি তেওঁ! মন কৰা, ছাৰমিয়ান, ভালকৈ মন কৰা, এই মানুহজন তেনেকুৱাই। তেওঁ বিষাদমনা নাছিল যাতে তেওঁ অনুগামীসকলক উৎফুল্লিত কৰিব পাৰে ; তেওঁ আনন্দিত নাছিল যাতে তেওঁলোকে ভাবে তেওঁৰ মনটো তেতিয়াও আছিল ইজিপ্তৰ ৰাণীৰ লগত। তেওঁ আছিল এই দুই অৱস্থাৰ মাজত। আঃ কি যে স্বৰ্গীয় মিশ্ৰণ! তুমি অতি বিষাদমনাই হোৱা বা প্ৰফুল্লিতই হোৱা, দুয়োটা অৱস্থাই তোমাৰ সতে খাপ খায়। আন কোনো লোক এনে হ'ব নোৱাৰে। মোৰ দূতসকলক লগ পাইছিলানে?

এলেক্সাচ ঃ হয় মহাৰাণী, কুৰিজন বিভিন্ন দূতক লগ পাইছিলোঁ। ইমানবিলাক কিয় পঠাইছিল?

ক্লিঅ'পেট্ৰা ঃ মই যদি কোনোবা দিনা দূত পঠাবলৈ পাহৰিছিলোঁ সেইদিনা জন্ম হোৱাজনে ভিক্ষাৰী হৈয়ে জীৱন পাত কৰিব লাগিব। ছাৰমিয়ান, কাকত-চিয়াঁহী আনা। এলেক্সাচ, তোমাক স্বাগতম জনাইছোঁ। ছাৰমিয়ান, মই জানো চীজাৰক ইমান ভাল পাইছিলোঁ?

ছাৰমিয়ান ঃ চীজাৰ যে কিমান পৰাক্ৰমী আছিল!

ক্লিঅ'পেট্ৰা ঃ পুণৰ্বাৰ এইদৰে প্ৰশংসা কৰিলে তোমাৰ যেন কণ্ঠৰুদ্ধ হয়। 'পৰাক্ৰমী এণ্টনি' বুলি কোৱা।

ছাৰমিয়ান ঃ পৰাক্ৰমী চীজাৰ!

ক্লিঅ'পেট্ৰা ঃ দেৱীৰ নামত শপত খাই কৈছোঁ, যদিহে মোৰ প্ৰিয়তম জনক চীজাৰৰ সৈতে পুনৰ তুলনা কৰ, তেন্তে তোৰ দাঁত ভাঙিম।

ছাৰমিয়ান ঃ ক্ষমা কৰিব, মহাৰাণী! মই আপোনাৰ সুৰতহে সুৰ মিলাইছোঁ।

ক্লিঅ'পেট্ৰা ঃ সেইবোৰ আছিল মোৰ কৈশোৰৰ দিন। তেতিয়া মোৰ বিচাৰ-বুদ্ধি আছিল কেঁচা; আৱেগ অনুভূতিবোৰো আছিল অপৰিপক্ক। সেয়েহে মই এইদৰে কৈছিলোঁ। বাৰু, সেইবোৰ বাদ দিয়া। কাগজ-চিয়াঁহী দিয়া। ইজিপ্ত যদি জনশূন্য হৈ যায় হওক। তথাপি তেওঁ প্ৰতি দিনে পাব অনেকখন পত্ৰ।

(সকলোৰে প্ৰস্থান)

# অংক ২

## দৃশ্য ১

### মেচিনা ঃ পম্পিৰ বাসস্থান

(যুদ্ধৰ সাজত পম্পি, মেনিক্ৰেটিজ আৰু মিনাচৰ প্ৰৱেশ)

পম্পি ঃ দেৱতাসকল যদি সঁচাকৈয়ে ন্যায়নিষ্ঠ তেন্তে তেওঁলোকে ন্যায়ত থকা মানুহকহে সহায় কৰিব।

মেনি ঃ এইটো কথা জানি লোৱা, পম্পি, তেওঁলোকে সহায় কৰাত সফল কৰিব পাৰে, কিন্তু নকৰাকৈ নাথাকো।

পম্পি ঃ আমি দেৱতাৰ সহায় ভিক্ষা কৰি থাকোঁতেই যে বাঞ্ছিত বস্তুৰ মূল্য কমি যায়।

মেনি ঃ আমি নিজৰ বিষয়েই অজ্ঞ হৈ প্ৰায়ে এনে ভিক্ষা কৰোঁ যি আমাৰ অপকাৰহে কৰে। কিন্তু আমাৰ হিত চিন্তোতা দেৱসবে এনে ভিক্ষা প্ৰদান নকৰে। সেয়ে এনে প্ৰাৰ্থনা প্ৰত্যাখ্যান কৰিলে আমাৰ লাভহে হয়।



পম্পি ঃ মই জয়ী হোৱাটো নিশ্চিত।

মোক জনতাই ভাল পায়। আৰু সমস্ত সমুদ্ৰ মোৰ অধীনত। মোৰ শক্তি বৰ্ধমান চন্দ্ৰৰ দৰে, আৰু মই আশাবাদী যে ই সম্পূৰ্ণ ৰূপ প্ৰাপ্ত হ'বই। মাৰ্ক এণ্টনি ইজিপ্তত আমোদ-প্ৰমোদত মত্ত ; বাহিৰত যুদ্ধ কৰাৰ মানসিকতা তেওঁৰ নাই। কৰ লগোৱাৰ বাবে চীজাৰকো মানুহে বেয়া পাইছে। লেপিদাছে দুয়োকে তোষামোদ কৰে আৰু নিজেও তোষামোদিত হয়! কিন্তু তেওঁ এজনকো ভাল নেপায় আৰু তেওঁলোকেও তেওঁক গুৰুত্ব নিদিয়ে।

মেনি ঃ চীজাৰ আৰু লেপিদাচ এতিয়া যুদ্ধ ক্ষেত্ৰত ; লগত তেওঁলোকৰ বিশাল সৈন্য-বাহিনী।

পম্পি ঃ এইটো মিছা কথা। ক'ত পালা এই খবৰ?

মেনি ঃ চিলভিয়াচৰপৰা, প্ৰভু!

পম্পি ঃ এইটো তেওঁৰ সমাজিকহে। মই জনাত তেওঁলোক দুয়ো এণ্টনিৰ প্ৰতীক্ষাত ৰোমতেই আছে। কিন্তু, হে কামাতুৰা ক্লিঅ'পেট্ৰা, তোমাৰ প্ৰেমৰ যাদুৰে
শুকান ওঁঠ কোমল কৰা।
ডাইনী বিদ্যা লগ হওক সৌন্দৰ্যৰ সতে
কামাসক্তি হয় যেন এই দুয়োৰে সংগী!
ৰাখা সেই কামাতুৰক মত্ত কৰি প্ৰমোদ বনত
মদ্যপানে কৰোক তেওঁৰ মগজু উন্মত্ত।
হে ৰুচিবাগীশ বান্ধৱীসকল! বৃদ্ধি কৰা
ক্ষুধা তেওঁৰ থাকে যাতে মগ্ন হৈ ভোজন-শয়নত;
পাহৰি পেলায় যাতে কৰ্তব্য নিজৰ।

(ভেৰিয়াচৰ প্ৰৱেশ)

ভেৰিয়াচ, বাৰ্তা কি?

ভেৰিয়াচ ঃ মই সুনিশ্চিত বুলি জনা খবৰটোহে ক'ম।

মাৰ্ক এণ্টনি যেই কোনো মুহূৰ্ততে ৰোম পাবহি।

তেওঁ ইজিপ্ত এৰা যিমান সময় হ'ল এতিয়া মানে

ৰোম অতিক্ৰম কৰিব লাগিছিল।

পম্পি ঃ মই ইয়াতকৈ কম গুতুত্বপূৰ্ণ বাৰ্তা শুনিবলৈহে ভাল পালোহেঁতেন।

মিনাচ, মই ভবাই নাছিলোঁ যে এই কামাসক্তজনে ইমান সাধাৰণ যুঁজৰ বাবে সাজি-কাচি ওলাব। যোদ্ধা হিচাপে তেওঁ অকলেই আন দুজনৰ দুগুণ হ'ব। এইটো ভাবি আমি তৃপ্তি পোৱা উচিত যে আমাৰ যুদ্ধোদ্যমে কামাতুৰ এণ্টনিক স্বামীহীনা ইজিপ্তৰ ৰাণীৰ কাষৰ পৰা টানি আনিব পাৰিছে।

মিনাচ ঃ চীজাৰ আৰু এণ্টনিৰ মিলা-প্ৰীতি হ'ব বুলি মই নাভাবোঁ।

তেওঁৰ মৃত পত্নীয়ে চীজাৰৰ বিৰুদ্ধে থিয় দিছিল ; এণ্টনিৰ উচটনিত নহ'লেও তেওঁৰ ভাতৃয়ে চীজাৰক আক্ৰমণ কৰিছিল।

পম্পি ঃ গুৰু শত্ৰুতাৰ বাবে তুচ্ছ বৈৰীতা কিদৰে পাহৰিব পাৰি নাজানো। আমি যদি তেওঁলোকৰ বিৰুদ্ধে থিয় নিদিলোহেঁতেন তেওঁলোকে নিজৰ ভিতৰতে যুঁজ কৰিলেহেঁতেন। কিন্তু এতিয়া আমাৰ প্ৰতি ভয়ৰ বাবে তেওঁলোকে মতানৈক্য এৰি কেনেকৈ ঐক্যবদ্ধ হ'ব সেয়া আমি এতিয়াও ধৰিব পৰা নাই। সেয়া আমাৰ দেৱসবৰ ইচ্ছানুযায়ীহে হ'ব। আমাৰ সৰ্বশক্তি প্ৰয়োগৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ জীৱন।

মিনাচ, আঁহা।

(সকলোৱে প্ৰস্থান)



## দৃশ্য ২

### লেপিদাচৰ বাসস্থান

**ইন'বাৰবাচ আৰু লেপিদাচৰ প্ৰৱেশ**

লেপিদাচ ঃ প্ৰিয় ইন'বাৰবাচ, তুমি তোমাৰ প্ৰভুক ক'বা তেওঁ যেন বিনম্ৰভাৱে কথা পাতে। এই অনুৰোধ কৰা তোমাৰ বাবে উচিত কাম হ'ব।

ইন'বাৰবাচ ঃ তেওঁ যাতে যথাযথভাৱে প্ৰত্যুত্তৰ দিয়ে সেই বিষয়ে মই তেওঁক অনুৰোধ কৰিম। চীজাৰে যদি তেওঁক ক্ৰোধান্বিত কৰে এণ্টনিয়েও চীজাৰক অপমানিত কৰিব আৰু যুদ্ধ দেৱতাৰ দৰে উচ্চস্বৰে চিঞৰিব। মই দেৱৰাজৰ নামত শপত খাই কৈছোঁ, এণ্টনি হোৱা হ'লে মইয়ো এনে প্ৰত্যাহ্বান প্ৰত্যাখ্যান কৰিলোঁহেঁতেন।

লেপিদাচ ঃ এতিয়া ব্যক্তিগত অসন্তুষ্টি প্ৰকাশ কৰাৰ সময় নহয়।

ইন'বাৰবাচ ঃ সময়ৰ কাম সময়ত কৰিব লাগে।

লেপিদাচ ঃ কিন্তু বৰটোৱে সৰুটোৰ আগতে স্থান পাবই লাগিব।

ইন'বাৰবাচ ঃ সৰুটো আগতে ঘটিলে অৱশ্যে সেইটো নহ'ব।

লেপিদাচ ঃ তোমাৰ কথাবোৰ আৱেগিক হৈছে। তথাপি মোৰ অনুৰোধ, পুৰণি কথাবোৰ যেন উত্থাপন নকৰা। এয়া, এণ্টনি আহিছে।

(কথা পাতি পাতি এণ্টনি আৰু ভেণ্টিদিয়াচৰ প্ৰৱেশ)

ইন'বাৰবাচ ঃ আৰু সেয়া চীজাৰো আহি আছে।

(বিপৰীত দিশৰপৰা চীজাৰ, মীচেনাচ আৰু এগ্ৰিপাৰ প্ৰৱেশ)

এণ্টনি ঃ শুনা ভেণ্টিদিয়াচ, আমাৰ মিলা-প্ৰীতি হৈ গ'লে আমি এতিয়াই পাৰ্থিয়ালৈ যাত্ৰা কৰিম।

চীজাৰ ঃ মই নাজানো, মীচেনাচ ; এগ্ৰিপাক সোধা।

লেপিদাচ ঃ বন্ধুসকল,

মহান কাৰ্যই আমাক ঐক্যবদ্ধ কৰিছিল ; এতিয়া সামান্য কথাই আমাক ভাগ ভাগ নকৰে যেন। ভুল যদি কিবা হৈছে, আলাপ-আলোচনা কৰি লওঁ। কিন্তু ক্ষুদ্ৰ মতভেদত লাগি থাকিলে ফল অতি মাৰাত্মক হ'ব।

সেয়ে, হে মোৰ সতীৰ্থবৰ্গ!

এয়া মোৰ অনুৰোধ ঃ অপ্ৰিয় কথাবোৰ হয় যেন

আলোচিত বিনম্ৰভাৱে; খং-ৰাগে নিনিয়ে যেন

বিপথে আমাক।

এণ্টনি ঃ অতি উত্তম কথা কৈছে। সেনা বাহিনীৰ সন্মুখত থিয় হৈ যুদ্ধৰ আগ মুহূৰ্ততো মই এইদৰেই কৰিলোঁহেঁতেন।

(বাদ্যধ্বনি)

চীজাৰ ঃ ৰোমলৈ স্বাগত।

এণ্টনি ঃ ধন্যবাদ।

চীজাৰ ঃ আসন গ্ৰহণ কৰক।

এণ্টনি ঃ আপুনিও বহক।

চীজাৰ ঃ আপুনি জোৰ কৰিছে যেতিয়া সেয়ে হওক।

(তেওঁ বহাৰ পাছত এণ্টনিও বহে)

এণ্টনি ঃ মই গম পাইছোঁ আপুনি কথাবোৰ বেলেগ ধৰণে লৈছে ; কিন্তু প্ৰকৃততে তেনে নহয়। কিবা যদি ভুল হৈছে তাৰ সৈতে আপুনি কোনো ধৰণে জড়িত নহয়।

চীজাৰ ঃ বিনা কাৰণে আপোনাক বেয়া পালে হাঁহিয়াতৰহে পাত্ৰ হ'ম। মই কোনো প্ৰকাৰে জড়িত নোহোৱা কথাত আপোনাৰ বিৰুদ্ধে কুৎসা ৰতিলে মানুহে মোক হাঁহিব।

এণ্টনি ঃ চীজাৰ, মই ইজিপ্তত থকা কথাটোৰ সৈতে আপুনি কি ধৰণে জড়িত?



চীজাৰ ঃ মই ৰোমত থকা কথাটোৰ লগত যি দৰে আপুনি জড়িত নহয় সেই দৰে। কিন্তু আপুনি তাত থাকি যদি মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল তেন্তে আপুনি ইজিপ্তত থকাটো মোৰ বাবে চিন্তাৰ কথা।

এণ্টনি ঃ 'ষড়যন্ত্ৰ' মানে আপুনি কি বুজাব খুজিছে?

চীজাৰ ঃ মোৰ ইয়াত কি ঘটিছিল তাৰপৰাই আপুনি ইয়াৰ অৰ্থ বুজিব। আপোনাৰ পত্নী আৰু ভাতৃয়ে মোৰ বিৰুদ্ধে যুদ্ধ কৰিছিল, আৰু আপুনিয়েই আছিল এই বিৰোধৰ কাৰণ।

এণ্টনি ঃ আপুনি অকাৰণত উদ্বিগ্ন হৈছে।

আপোনাৰ পক্ষৰ যোদ্ধাৰ পৰা মই গম পাইছোঁ মোৰ ভাতৃয়ে মোৰ নামত যুঁজ কৰা নাছিল। মোৰ ইচ্ছাৰ বিৰুদ্ধে যুদ্ধ কৰি সি আপোনাৰ লগতে মোৰ ক্ষমতাকো তুচ্ছ কৰা নাইনে? এই বিষয়ে পত্ৰযোগে পূৰ্বতেই কোৱা হৈছে। বিৰোধ আচৰিবৰ বাবে যদিহে আপুনি বদ্ধপৰিকৰ এই সামান্য কথাটোত কিন্তু সেইটো হ'ব নালাগে।

চীজাৰ ঃ মোৰ ভুল দেখুৱাই আপুনি আত্মশ্লাঘা কৰিছে ; কিন্তু আপোনাৰ অজুহাত বিশ্বাসযোগ্য নহয়।

এণ্টনি ঃ সেইটো নহয়।

মই নিশ্চিত আপুনি নুবুজাকৈ নাথাকে যে আপোনাৰ সহযোগী হৈ মই সি কৰা যুদ্ধ ভাল চকুৰে চাব নোৱাৰিম। এই যুদ্ধই মোৰ মনৰো শান্তি হৰিছিল। মোৰ পত্নী সম্পৰ্কে ইয়াকে কওঁ ঃ আপোনাৰো যদি তেনে মনোবল সম্পন্না পত্নী এগৰাকী থাকিলহেঁতেন! বিশ্বৰ তৃতীয়াংশৰ গৰাকী আপুনি, অনায়সে আপোনাৰ বিস্তৃত সাম্ৰাজ্য নিয়ন্ত্ৰণ কৰিব পাৰে। কিন্তু এনে এগৰাকী পত্নীক নোৱাৰিব।

ইন'বাৰবাচ ঃ আমাৰ সকলোৰে যদি এনে তিৰোতা থাকিলেহেঁতেন, সকলো পুৰুষেই তিৰোতাক লগত লৈ যুদ্ধক্ষেত্ৰলৈ যাব পাৰিলোহেঁতেন!

এণ্টনি : চীজাৰ, তেওঁৰ ৰাজনৈতিক বিচক্ষণতাৰ অভাৱ নাছিল যদিও তেওঁ এই যুঁজ ধৈৰ্যচ্যুতা হৈহে কৰিছিল। মই দুখেৰে অনুভৱ কৰিছোঁ এই কথাই আপোনাক অশান্তি দিছে ; কিন্তু ই আছিল নিয়ন্ত্ৰণৰ বাহিৰত। মই নিশ্চিত, এই বিষয়ত আপুনি মোৰ অসমৰ্থতা উপলব্ধি কৰিব।

চীজাৰ : মই আপোনালৈ লিখিছিলোঁ ;

কিন্তু আজেকজেন্দ্ৰিয়াত আমোদ-প্ৰমোদত ব্যস্ত থাকি মোৰ পত্ৰত গুৰুত্ব নিদিলে ; অধিক কি, মোৰ দূতকো তিৰষ্কাৰ কৰি পঠাই দিলে।

এণ্টনি : তেওঁ অনুমতি লাভৰ পূৰ্বেই মোৰ কাষ পাইছিলগৈ। সিদিনা পুৱা তিনিজনকৈ নৃপতিক আপ্যায়িত কৰিছিলোঁ ; কিন্তু আবেলিলৈ মোৰ মনৰ অৱস্থা ভাল নাছিল। পিছ দিনা তেওঁক মই নিজে মাতি পাঠাইছিলোঁ ; এইটোতো ক্ষমা খোজাৰ সমানেই। এই মানুহজনক আমাৰ বিবাদৰ ভিতৰলৈ ননাই ভাল।

চীজাৰ : আপুনি শপত ভংগ কৰিছে ; কিন্তু মোৰ বিৰুদ্ধে এনে অভিযোগ আনিব নোৱাৰে।

লেপিদাচ : চীজাৰ, ধীৰে, ধীৰে!

এণ্টনি : নহয় লেপিদাচ, তেওঁক ক'বলৈ দিয়া। তেওঁৰ মতে মোৰ পৱিত্ৰ সম্মানবোধৰ অভাৱ হৈছে। চীজাৰ, কৈ যাওক, মোৰ শপতৰ কথা কৈছিল।

চীজাৰ : আপুনি মোক অস্ত্ৰ-শস্ত্ৰ আৰু অন্যান্য সাহায্য দিব লাগে ; কিন্তু এইবাৰ দুয়োটাই অস্বীকাৰ কৰিলে।

এণ্টনি : বৰং অৱহেলা কৰা বুলি কওক। সেই বিষময় সময়ে মোক নিজকেই পাহৰাই ৰাখিছিল। মই মোৰ দোষ স্বীকাৰ কৰিছোঁ। কিন্তু মোৰ স্পষ্টবাদিতাই মোৰ মহত্ব হ্ৰাস নকৰে আৰু মোৰ শক্তিও সাধুতাবিহীন নহয়। আচল কথা হ'ল, মোক



ইজিপ্তৰপৰা আনিবৰ বাবে ফালভিয়াই যুদ্ধত প্ৰবৃত্ত হৈছিল। এই বিষয়ে অজ্ঞ আছিলোঁ যদিও যথাযোগ্যভাৱে ক্ষমা ভিক্ষা কৰিছোঁ।

লেপিদাচ : বৰ ভাল কথা কৈছে।

মীচেনাচ : এতিয়া আপোনালোকে বিবাদৰ কথা যেন পাহৰি পেলায়। এই মুহূৰ্তত প্ৰয়োজন মিলা-প্ৰীতিৰ।

লেপিদাচ : অতি ঠিক কথা কৈছা, মীচেনাচ।

ইন'বাৰবাচ : নহ'লে ইজনে সিজনৰ ভাল পোৱা ধাৰলৈকে লওঁক ; পম্পি আঁতৰাৰ পাছত এই ধাৰ শোধাব পাৰিব। যেতিয়া আপোনালোকৰ কৰিবলৈ একো নাথাকিব তেতিয়াও বাদ-বিবাদত লাগিব পাৰিব।

এণ্টনি : তুমি এজন ৰণুৱাহে ; বেছি কথা নক'বা।

ইন'বাৰবাচ : সঁচা কথা কোৱাতকৈ যে নোকোৱাই ভাল মই সেই কথা পাহৰিয়ে গৈছিলোঁ।

এণ্টনি : তুমি এই সম্মানীয় লোকসকলৰ প্ৰতি ভুল কৰিছা ; সেয়ে আৰু কথা নক'বা।

ইন'বাৰবাচ : তেন্তে সেয়ে হওক, মই শিলৰ দৰে নীৰবে বৈ চিন্তা-ভাৱনাকে কৰি থাকিম।

চীজাৰ : তেওঁৰ কথা মই বৰ বেয়া পোৱা নাই ; কিন্তু তেওঁৰ কথা কোৱা ধৰণটোহে ভাল নহয়। আমাৰ দুয়োৰে চৰিত্ৰ ইমান বেলেগ যে আমাৰ মাজত বন্ধুত্ব সম্ভৱ নহয়। কিন্তু মই যদি জানিলোঁহেঁতেন আমাৰ বন্ধুত্ব বান্ধি ৰাখিব পৰা কিবা এনাজৰী আছে সেয়া মই বিচাৰি উলিয়ালোঁহেঁতেন।

এগ্ৰিপা : চীজাৰ মোক ক'বলৈ অনুমতি দিয়ক।

চীজাৰ : এগ্ৰিপা, কোৱা কি ক'ব খুজিছা।

এগ্ৰিপা ঃ আপোনাৰ অক্টেভিয়া নামৰ এগৰাকী ভগ্নী আছে। মহান এন্টনি এতিয়া পত্নীহীনা।

চীজাৰ ঃ এইদৰে নকবা, এগ্ৰিপা, ক্লিঅ'পেট্ৰাই শুনিব লাগিলে তুমি বেচকৈয়ে গালি খাবা।

এন্টনি ঃ চীজাৰ, মই তেওঁক বিবাহ কৰোৱা নাই।
এগ্ৰিপাই কি ক'ব খুজিছে শুনোচোন।

এগ্ৰিপা ঃ এন্টনিয়ে অক্টেভিয়াক পত্নীৰূপে গ্ৰহণ কৰক।
সুন্দৰী অক্টেভিয়া শ্ৰেষ্ঠ স্বামী লাভৰ যোগ্য ;
গুণ আৰু ৰূপ-লাৱণ্যতো তেওঁ অদ্বিতীয়া।
এই বিবাহে হিংসা-বিদ্বেষৰ ভাব আঁতৰাব;
ভয়-ভীতিৰ ভাবো দূৰতে বিদূৰ হ'ব।
এতিয়া অৰ্ধ সত্যকে সত্য বুলি ভবা হৈছে ;
তেতিয়া কিন্তু অপ্ৰিয় সত্য গল্পৰ নিচিনাহে হ'ব আৰু
আপোনালোকে ইজনে সিজনক ভাল পাবলৈ বাধ্য হ'ব ;
আৰু আপোনালোককো সকলোৱে ভাল পাব।
এয়া মই এই মুহূৰ্তত কোৱা কথা নহয় ;
কৰ্তব্য জ্ঞান কৰি অনেক ভাবি-চিন্তিহে এই প্ৰস্তাৱ দিছোঁ।
ইয়াৰ বাবে ক্ষমা কৰে যেন।

এন্টনি ঃ চীজাৰে কিবা ক'বনে?

চীজাৰ ঃ এন্টনিয়ে কি ভাবে সেইটো নজনালৈকে চীজাৰে একো নকয়।

এন্টনি ঃ মই যদি কওঁ, 'এগ্ৰিপা, সেয়ে হওক', এইটো কৰিবলৈ এগ্ৰিপাৰ শক্তি আছে জানো?

চীজাৰ ঃ চীজাৰৰ শক্তি আছে আৰু আছে অক্টোভিয়াৰ ওপৰত থকা চীজাৰৰ প্ৰভাৱ।



এন্টনি ঃ মই যেন এই সৎ উদ্দেশ্য সাধনত বাধা প্ৰদান নকৰোঁ।। আগবঢ়াওক আপোনাৰ হাত। এই মুহূৰ্তৰ পৰা আমি ভাতৃত্বৰ দোলেৰে বান্ধ খালোঁ আৰু আমাৰ কাৰ্যসূচী ভাতৃপ্ৰেমে নিৰ্ধাৰিত কৰিব।

চীজাৰ ঃ এয়া মোৰ হাত। মই মোৰ ভগ্নীক যিমান ভাল পাওঁ কোনো ভাতৃয়েই ভগ্নীক ইমান ভাল পোৱা নাই। তাইৰ জীৱনে যেন আমাৰ ৰাজ্য আৰু হৃদয় এক কৰি ৰাখে ; আমাৰ প্ৰেমো যেন চিৰস্থায়ী হয়।

লেপিদাচ ঃ হওক তেওঁ, সকলো ভালেৰেই হৈ গ'ল।

এন্টনি ঃ মই পম্পিৰ বিৰুদ্ধে যুঁজ দিম বুলি ভবাই নাছিলোঁ আৰু শেহতীয়াকৈ তেওঁ মোক আচৰিত ধৰণে সহায় কৰিছে।
সেয়ে তেওঁক মই ধন্যবাদ জনাবই লাগিব; নহ'লে লোকে মোক অকৃতজ্ঞ বুলিব। ইয়াৰ পিছত মই তেওঁক যুদ্ধলৈ আহ্বান কৰিম।

লেপিদাচ ঃ পম্পিক এতিয়াই বিচাৰিব লাগিব ; এয়া সময়ৰ আহ্বান। নহ'লে যে পম্পিয়ে আমাক বিচাৰি উলিয়াব।

এন্টনি ঃ তেওঁ ক'ত আছে?

চীজাৰ ঃ মেচিনা পাহাৰৰ আশে-পাশে।

এন্টনি ঃ তেওঁৰ পদাতিক বাহিনীৰ শক্তি কেনে?

চীজাৰ ঃ বেচ শক্তিশালী আৰু এই শক্তি বৃদ্ধি হৈয়ে আছে। কিন্তু সমুদ্ৰৰ ওপৰত তেওঁৰ প্ৰভাৱ সৰ্বাত্মক।

এন্টনি ঃ এই ধৰণৰ জনৰব শুনা গৈছে।
আমি যদি আগতেই একত্ৰিত হ'লোঁহেঁতেন!
এতিয়া আমি খৰখেদা কৰা উচিত ;
কিন্তু ইয়াৰ পূৰ্বে এই মাত্ৰ উত্থাপিত বিষয়টো নিস্পত্তি কৰি লোৱা ভাল।

চীজাৰ ঃ এইটো অতি আনন্দ মনেৰে কৰা হ'ব।
এতিয়া মই আপোনাক নিমন্ত্ৰণ কৰিছোঁ মোৰ ভগ্নীৰ কাষলৈ। বলক, আপোনাক তাইৰ ওচৰলৈ লৈ যাওঁ।

এণ্টনি ঃ বলক লেপিদাচ, আপোনাৰ সংগ এৰি যাব নোৱাৰোঁ।

লেপিদাচ ঃ বলক, আনকি ৰুগীয়া দেহাৰেও মই যাবলৈ সাজু।
(বাদ্যধ্বনি। ইন'বাৰবাচ, এগ্ৰিপা আৰু মীচেনাচৰ বাহিৰে আনসকলৰ প্ৰস্থান।)

মীচেনাচ ঃ আপোনাক ৰোমলৈ স্বাগতম জনাইছোঁ।

ইন'বাৰবাচ ঃ মীচেনাচ, আপুনি চীজাৰৰ অন্তৰংগ বন্ধু।
মোৰ প্ৰিয় বন্ধু এগ্ৰিপা!

এগ্ৰিপা ঃ প্ৰিয় ইন'বাৰবাচ!

মীচেনাচ ঃ কামবোৰ যে সুকলমে সমাধা হৈ গ'ল তাৰ বাবে আমি সকলো সুখী। তুমি চাগৈ ইজিপ্তত সময়বোৰ ভালদৰেই কটাইছিলা।

ইন'বাৰবাচ ঃ হয় বন্ধু! আমি দিনক ৰাতি কৰি শুই শুই কটাইছিলোঁ আৰু গোটেই ৰাতি মদ্যপান কৰি ফুৰ্তি কৰিছিলোঁ।

মীচেনাচ ঃ পুৱাৰ আহাৰৰ বাবে আঠোটা বন্য গাহৰী জীয়াই জীয়াই জুইত পোৰা হৈছিল আৰু খাৱৰীয়া মাত্ৰ বাৰজনহে। কথাটো সঁচানে?

ইন'বাৰবাচ ঃ তুলনামূলকভাৱে এইটো কথা ঈগল চৰাইৰ ওচৰত মাখি এটাৰ নিচিনাহে, কাৰণ আমি ইয়াতকৈও অনেক গুণ বেছি ভোজন কৰিছিলোঁ।

মীচেনাচ ঃ আমি শুনা কথা যদি সঁচা তেন্তে তেওঁ নিশ্চয় এগৰাকী চমৎকাৰ মহিলা।

ইন'বাৰবাচ ঃ প্ৰথম দৰ্শনতে তেওঁ চীদমাচ নদীৰ বুকুত এণ্টনিৰ অন্তৰ জয় কৰিছিল।



এগ্ৰিপা ঃ তাত চাগৈ তেওঁ সম্পূৰ্ণ ৰূপ-লাৱণ্যৰে ওলাইছিলগৈ ; নহ'লে এইবোৰ কথা কওঁতাজনৰ কাল্পনিক সৃষ্টি বুলিহে ক'ব লাগিব।

ইন'বাৰবাচ ঃ মই আপোনালোকক সকলো ক'ম। তেওঁ বহা নাওখন মসৃন সিংহাসনৰ দৰে পানীৰ ওপৰত জিলিকি আছিল ; পশ্চাদ অংশ আছিল সোণেৰে নিৰ্মিত।
ৰক্ত বৰ্ণৰ পালবোৰ ইমান সুগন্ধি আছিল যে বায়ুও যেন ইবোৰৰ প্ৰেমত পৰিছিল ; ৰূপৰ বঠাবোৰে বাঁহীৰ গীতৰ সুৰে সুৰে পানীত খোঁচ মাৰিছিল, আৰু পানীয়েও যেন প্ৰেমত মতলীয়া হৈ শূন্য ঠাই পূৰাই বৈ আছিল।
তেওঁৰ দৈহিক সৌষ্ঠৱৰ কথা ক'বগৈ গ'লে ই বৰ্ণনাৰ অতীত।
স্বৰ্ণখচিত বস্ত্ৰেৰে আবৃতা হৈ উপবিষ্টা আছিল তেওঁৰ নিজৰ স্থানত।
তেওঁক যেন দেখা গৈছিল কল্পনাসৃষ্ট প্ৰেমদেৱী ভীনাচতকৈও অধিক সুন্দৰী।
তেওঁৰ দুয়ো কাষে থিয় দি আছিল হাস্যময় কিউপিদৰ দৰে হাতত বিচনী লৈ সুদৰ্শন শিশুৰ দল।
ইহঁতৰ বিচনীৰ বায়ে যেন তেওঁৰ দুয়ো গাল শীতল কৰাৰ পৰিৱৰ্তে কৰি তুলিছিল উত্তপ্ত।

এগ্ৰিপা ঃ এণ্টনি, তোমাৰ বাবে ই কি যে এক অসাধাৰণ অভিজ্ঞতা!

ইন'বাৰবাচ ঃ তেওঁৰ লিগিৰীহঁতে সাগৰৰ পৰীৰ দৰে লাস্যময় ভংগীমাৰে চৰ্তুদিশে ঘেৰিছিল তেওঁক। নৌকাৰ গুৰি ধৰিছিল পৰীসদৃশ এজনী লিগিৰীয়ে। তাইৰ ফুলকোমল হাতৰ পৰশত পালৰ জৰীবোৰে যেন গৌৰৱত উথলি উঠি দ্ৰুতভাৱে কৰিছিল কৰ্তব্য সাধন।

নৌকাখনৰ পৰা এক আশ্চৰ্যজনক সুগন্ধি ভাঁহি পৰিছিল নদীৰ দুয়ো তীৰে।

নগৰৰ সকলো লোক ঢপলি মেলিছিল ৰাণীৰ সেই দৃশ্য প্ৰত্যক্ষ কৰিবলৈ। আৰু সেই সময়ত এণ্টনিয়ে বজাৰৰ কাষত অকলশৰে বহি লৈ ফুচফুচাই কথা পাতিছিল মলয়াৰ সতে।

বায়ু মণ্ডলত শূন্যতাৰ সৃষ্টি কৰিব নলগা হ'লে প্ৰকৃতিৰ নিয়ম ভাঙি মলয়ায়ো হয়তো গতি কৰিলেহেঁতেন ক্লিঅ'পেট্ৰাৰ সেই ৰূপ দৰ্শনৰ বাবে।

এগ্ৰিপা : কি যে অদ্বিতীয়া ইজিপ্তৰ ৰাণী!

ইন'বাৰবাচ : নদী তীৰত উঠাৰ লগে লগে এণ্টনিয়ে তেওঁক সান্ধ্য ভোজনৰ বাবে নিমন্ত্ৰণ জনালে। কিন্তু ক্লিঅ'পেট্ৰাই উত্তৰত ক'লে এণ্টনিহে হয় যেন তেওঁৰ সন্ধ্যাৰ অতিথি। আমাৰ বিনয়ী এণ্টনিয়ে তিৰোতাক কদাপিও নুই কৰা শুনা নাই। গ'ল তেওঁ ভোজনলৈ আৰু চকুৰে যি ভোজন কৰিলে তাৰ বাবে মূল্য দিলে নিজৰ অন্তৰ।

এগ্ৰিপা : সঁচাকৈয়ে মহাৰাণী তেওঁ!

[illegible] : মহান চীজাৰকো তেওঁ বাধ্য কৰাইছিল তৰোৱাল পেলাবৰ বাবে। বাধ্য হ'ল চীজাৰ আৰু চীজাৰৰ সন্তানৰ মাতৃ হ'ল তেওঁ।

ইন'বাৰবাচ : এবাৰ মই দেখিছিলোঁ ৰাজপথত দুকুৰিমান খোজ চলাই শ্বাসৰুদ্ধা হৈছিল তেওঁ। কিন্তু তেওঁৰ সেই দুৰ্বলতা প্ৰকাশ পাইছিল মোহময়ী ৰূপত।

মীচেনাচ : এতিয়া এণ্টনিয়ে তেওঁক একেবাৰে এৰিব লাগিব।

ইন'বাৰবাচ : ওঁহো! সেইটো তেওঁ কদাপি নকৰে।



বয়সে ক্লিঅ'পেট্ৰাক ম্লান কৰিব নোৱাৰে ;
স্বভাৱেও নোৱাৰে ৰোধিব তেওঁৰ অন্তহীন বৈচিত্ৰ্য।
অন্য নাৰীয়ে ক্ষুধা নিবাৰণ কৰি জন্ম দিয়ে বিৰাগৰ ;
তেওঁ কিন্তু ক্ষুধাতুৰক সন্তুষ্ট কৰিও কৰি তোলে অধিক আগ্ৰহী।
আপচুকো তেওঁ কৰি তোলে মনোমোহা
সেয়ে অস্থিৰ অৱস্থাতো লভে তেওঁ ধৰ্মীয় গুৰুৰ আশীৰ্বাদ।

মীচেনাচ : সৌন্দৰ্য, জ্ঞান আৰু নম্ৰতাই যদি এণ্টনিৰ অন্তৰ জয় কৰিব পাৰে তেন্তে অক্টোভিয়া তেওঁৰ বাবে সুন্দৰ উপহাৰ।

এগ্ৰিপা : যাওঁ বলক।
প্ৰিয় ইন'বাৰবাচ, ইয়াত থকা কালত আমাৰ গৃহতে আলহী হওক।

ইন'বাৰবাচ : আপোনাৰ নিমন্ত্ৰণ সবিনয়ে গ্ৰহণ কৰিছোঁ। ধন্যবাদ। (সকলোৰে প্ৰস্থান)

## দৃশ্য ৩

### ৰোম : চীজাৰৰ বাসভৱন

(অক্টোভিয়াক মাজত লৈ এণ্টনি আৰু চীজাৰৰ প্ৰৱেশ)

এণ্টনি : ৰাষ্ট্ৰ আৰু মোৰ গধুৰ দায়িত্বই কেতিয়াবা মোক তোমাৰ পৰা আঁতৰাই নিব পাৰে।

অক্টোভিয়া : তেনে সময়ত মই মাত্ৰ আপোনাৰ কুশল কামনা কৰি দেৱসবক প্ৰাৰ্থনা জনাম।

এণ্টনি : শুভ ৰাত্ৰি, চীজাৰ।

মোৰ প্ৰিয়তমা অক্টোভিয়া,
উৰা বাতৰিয়ে হয়তো ক'ব মোৰ অনেক দোষৰ কথা,
কিন্তু সিবোৰত নকৰিবা কদাপি বিশ্বাস।
ভুল মই নকৰা নহয় ; কিন্তু অনাগত দিনবোৰ
সদায় নিয়ম ভিত্তিক হ'ব।
শুভ ৰাত্ৰি, প্ৰিয়তমা!

অক্টোভিয়া ঃ শুভ ৰাত্ৰি!

চীজাৰ ঃ শুভ ৰাত্ৰি! (চীজাৰৰ আৰু অক্টোভিয়াৰ প্ৰস্থান)

(দৈৱজ্ঞৰ প্ৰৱেশ)

এণ্টনি ঃ হেৰা শুনা, তুমি ইজিপ্তলৈ যাব খোজা নেকি?

দৈৱজ্ঞ ঃ মই যদি তাৰপৰা গুচি নাহিলোঁহেঁতেন বা আপুনিও যদি তালৈ নগ'লহেঁতেন সেইটোৱেই ভাল হ'লহেঁতেন!

এণ্টনি ঃ কিয় এইদৰে কৈছা?

দৈৱজ্ঞ ঃ মই স্বজ্ঞানেৰেহে কৈছোঁ, মুখেৰে বৰ্ণাব নোৱাৰিম। অৱশ্যে আপুনি এতিয়া লৰালৰিকৈ ইজিপ্তলৈ যোৱাই ভাল।

এণ্টনি ঃ কোৱাচোন বাৰু কাৰ ভাগ্য বেছি ওপৰত ; চীজাৰৰ নে মোৰ?

দৈৱজ্ঞ ঃ চীজাৰৰ।

এণ্টনি, সেয়ে আপুনি তেওঁৰ সান্নিধ্যত নথকাই ভাল। আপোনাৰ শুভানুধ্যায়ী দেৱদূত সাধু, সাহসী আৰু অতুলনীয়। চীজাৰৰ এনে নহয়। কিন্তু তেওঁৰ কাষত থাকে যদি আপোনাৰ পৰাভূত দেৱদূত হ'ব ত্ৰস্তমান। সেয়ে যিমান পাৰে চীজাৰৰ পৰা দূৰত থাকক।

এণ্টনি ঃ এনে কথা আৰু নক'বা।



দৈৱজ্ঞ ঃ আপোনাৰ বাহিৰে কাকো নকওঁ। কেৱল আপুনি থাকিলেহে এনে কথা কওঁ। যেই কোনো খেলতেই আপুনি তেওঁৰদ্বাৰা পৰাজিত হোৱাটো নিশ্চিত। তেওঁ ভাল ভাগ্য লৈ অহাৰ বাবেই আপুনি সুযোগ পোৱা সত্বেও তেওঁৰহে জয় হ'ব।

তেওঁৰ কাষত আপোনাৰ গুণ-গৰিমা ম্লান পৰি যায়। মই পুনৰ কওঁ ঃ তেওঁৰ কাষত আপোনাৰ উদ্দীপনা ম্লান পৰে ; কিন্তু তেওঁৰ পৰা আঁতৰ হ'লেই ই সতেজ হৈ উঠে।

এণ্টনি ঃ তুমি এতিয়াই ইয়াৰ পৰা যোৱা।

ভেণ্টিদিয়াচক ক'বা মোৰ তেওঁৰ লগত কথা আছে।

(দৈৱজ্ঞৰ প্ৰস্থান)

তেওঁ এতিয়াই পাৰ্থিয়ালৈ যাব লাগিব।
যাদুবলতে হওক বা ভাগ্যৰ বাবেই হওক, দৈৱজ্ঞই ঠিক কথাই কৈছে।
পাশাবোৰো যেন তেওঁৰ বাধ্য, আৰু খেলত তেওঁৰ
সৌভাগ্যই মোক পৰাভূত কৰে।
ভাগ্য খেলতো দেখোন তেওঁৰেই জয় হয় ;
কুকুৰা আৰু বটা চৰাইৰ যুঁজতো জয়ী হয় তেওঁ।
মই ইজিপ্তলৈ যাত্ৰা কৰিম।
শান্তি স্থাপনৰ অৰ্থে যদিওবা মানিলোঁ এই বিবাহ
তথাপি মই অনুভৱ কৰিছোঁ প্ৰাচ্যতহে আছে মোৰ প্ৰকৃত আনন্দ। (ভেণ্টিদিয়াচৰ প্ৰৱেশ)

অ' ভেণ্টিদিয়াচ, আহাঁ!
তুমি পাৰ্থিয়ালৈ যাব লাগিব ;
আদেশ পত্ৰাদি প্ৰস্তুত হৈয়ে আছে।
ব'লা, সেইবোৰ এতিয়াই চমজি লোৱাহি। (প্ৰস্থান)

## দৃশ্য ৪

### ৰোমৰ এটা পথ

(লেপিদাচ, মীচেনাচ আৰু এগ্ৰিপাৰ প্ৰৱেশ)

লেপিদাচ ঃ বেছি সময় নল'বা। তোমালোকৰ সেনাপতিসকলক অনুসৰণ কৰা।

এগ্ৰিপা ঃ প্ৰভু, মাৰ্ক এণ্টনিয়ে অক্টোভিয়াৰ পৰা বিদায় লয় মানে আমি সেইখিনি পামগৈ।

লেপিদাচ ঃ তোমালোকক যুদ্ধৰ বেশতহে ভাল দেখি। সাজ-সজ্জা কৰি ওলোৱা মানে মই আহিছোঁ।

মীচেনাচ ঃ লেপিদাচ, মই আঁচনি কৰা মতে আমি আপোনাতকৈ আগতে মেচিনা পাহাৰ পামগৈ।

লেপিদাচ ঃ তোমালোকৰ পথ চমু ;
কিন্তু লক্ষ্যস্থানে মোক একা-বেঁকা পথ ল'বলৈ বাধ্য কৰাইছে। সেয়ে তোমালোক মোতকৈ দুদিনৰ পূৰ্বে পাবাগৈ।

মীচেনাচ আৰু এগ্ৰিপা ঃ আপোনাৰ সফলতা কামনা কৰিলো।

লেপিদাচ ঃ বিদায়। (সকলোৰে প্ৰস্থান)

## দৃশ্য ৫

### আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ প্ৰাসাদ

(ক্লিঅ'পেট্ৰা, ছাৰমিয়ান, ইৰাচ আৰু এলেক্সাচৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ সংগীতৰ ব্যৱস্থা কৰা। শোকাতুৰ প্ৰেমিক-প্ৰেমিকাৰ বাবে সংগীতহে পৰম খাদ্য।



সকলোৰে ঃ শুনা সকলোৰে, সংগীত, সংগীত।

(নপুংসক মাৰ্দিয়ানৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ ছাৰমিয়ান, আহাঁ ; আমি বিলিয়াৰ্ড খেলোঁ।

ছাৰমিয়ান ঃ মোৰ হাতত বিষ হৈছে ; মাৰ্দিয়ানৰ লগতে খেলক ;

ক্লিঅ'পেট্ৰা ঃ তিৰোতা এগৰাকীয়ে নপুংসকৰ লগত খেলাতো বেয়া নহয়।
আহ, তই মোৰ সৈতে খেলিবিনে?

মাৰ্দিয়ান ঃ যি পাৰোঁ খেলিম, মাতৃ!

ক্লিঅ'পেট্ৰা ঃ প্ৰকৃত ইচ্ছা থাকিলে কাম ভাল নহ'লেও দোষণীয় নহয়।
কিন্তু মই এতিয়া নেখেলোঁ।
মোক বৰশিদাল দে;
আমি সৌ নৈখনত বৰশি টোপামগৈ, আৰু সেই সময়ত দূৰত সংগীত চলি থাকিব। কাঁইটীয়া মাছবোৰক কৰি প্ৰবঞ্চনা, সিহঁতৰ পিচল মুখ বৰশিৰে সী তুলি আনিম পাৰলৈ। মোৰ বাবে প্ৰতিটো মাছেই হ'ব একোজন এণ্টনি, আৰু মই চিঞৰি চিঞৰি কম ঃ 'আহা! ধৰিলোঁহে তেওঁ এতিয়া!'

ছাৰমিয়ান ঃ আপোনালোকে যে বৰশি বোৱা বাজি মাৰিছিল কিমান ৰং-ৰহইচ হৈছিল! আপোনাৰ ডুবাৰুৱে বৰশিত লগাই থোৱা শুকান মাছটোকে যে তেওঁ আগ্ৰহেৰে ওপৰলৈ তুলিছিল!

ক্লিঅ'পেট্ৰা ঃ সেইবোৰ যে কিমান আনন্দৰ দিন আছিল! মই তেওঁক হঁহুৱাই হঁহুৱাই ধৈৰ্যচ্যুৎ কৰাইছিলোঁ। অন্য এক নিশাৰ কথা ঃ সিদিনা তেওঁ ধৈৰ্যচ্যুৎ নাছিল। আৰু পিছ দিনা পুৱা ন বজাৰ পূৰ্বে সুৰাপান কৰাই বিচনাত শুৱাই দিছিলোঁ তেওঁক। তাৰ পিছত মোৰ টুপী আৰু চোলা তেওঁৰ গাৰ ওপৰত মেলি দি তেওঁৰ ফিলিপান তৰোৱাল তুলি লৈছিলোঁ মই।

(এজন দূতৰ প্ৰৱশ)

অ' তুমি ইটালিৰ পৰ আহিছা!
কোৱা কি সুখবৰ
দীৰ্ঘ দিন শুভ বাৰ্তা পোৱা নাই।

দূত : মহিয়সী ! মহিয়সী!

ক্লিঅ'পেট্ৰা : কি, এন্টনি আৰু নাই?
যদি মোক তেনে খবৰ দিয় তেন্তে জানিবি
তই বধৰ ভাগী হবি।
যদি দিয় সুখবৰ তেন্তে পাবি বহু ধন-সোণ
আৰু এই হাতত চুম্বন
যি হাত স্পৰ্শ কৰি ৰাজ-ৰাজন্যও হয় কম্পমান।

দূত : মাতৃ! প্ৰথম খবৰ হ'ল তেওঁ কুশলে আছে।

ক্লিঅ'পেট্ৰা : তেন্তে তুমি অনেক ধন-সোণ পাবা।
কিন্তু শুনা! মৃতসকলৰ ভাল বুলি কোৱাটো আমাৰ অভ্যাস। তুমিও যদি তাকে ক'ব খুজিছা তেন্তে সেই সোণ গলাই তোমাৰ মুখত ঢালিম।

দূত : মাতৃ! মোৰ কথা শুনক !

ক্লিঅ'পেট্ৰা : বাৰু কৈ যোৱা, সকলো শুনিম।
কিন্তু এন্টনি যদি মুক্ত আৰু সুস্বাস্থ্যৰেই আছে
তোমাৰ মুখৰ প্ৰকাশ বিৰূপ কিয়?
এনে ভাল খবৰ দিবলৈ ইমান ৰূঢ় প্ৰকাশ!
যদিহে তেওঁৰ কুশল নহয়
তেন্তে তুমি আহিব লাগিছিল
সৰ্পাবৃত কদাকাৰ দানৱৰূপে,
স্বাভাবিক মানৱৰূপে নহয়।

দূত : অনুগ্ৰহ কৰি মোৰ কথা শুনিবনে?



ক্লিঅ'পেট্ৰা : মুখ খোলাৰ পূৰ্বে তোক মৰিয়াবলৈহে মন গৈছে।
তই যদি কৱ এন্টনি ভালে আছে,
চীজাৰৰ সতে বন্ধুত্ব কৰিছে নাইবা
চীজাৰৰ হাতত বন্দী নহয়
তেন্তে তই কৰিবি সোণত স্নান
আৰু মুক্তা বৰষিব তোৰ সৰ্ব্ব শৰীৰত।

দূত : মাতৃ তেওঁ কুশলে আছে।

ক্লিঅ'পেট্ৰা : বেচ ভাল কথা।

দূত : আৰু চীজাৰৰ সৈতে বন্ধুত্বও হৈছে।

ক্লিঅ'পেট্ৰা : সঁচাকৈয়ে তুমি এজন সাধু মানুহ।

দূত : চীজাৰ আৰু তেওঁৰ মাজৰ বন্ধুত্ব আগতকৈ বৃদ্ধি পাইছে।

ক্লিঅ'পেট্ৰা : তুমি যি বিচাৰা তাকেই পাবা।

দূত : কিন্তু, তথাপিও মহাৰাণী——

ক্লিঅ'পেট্ৰা : মই 'কিন্তু', 'তথাপিও'—এইবোৰ ভাল নাপাওঁ। এইবোৰে পূৰ্বৰ সুখবৰবোৰ নোহোৱা কৰে আৰু জীৱনক কৰে অভিশপ্ত।
ভাল হওক, বেয়া হওক সকলো বাৰ্তা শীঘ্ৰে কোৱা। কোৱা, তেওঁ চীজাৰৰ বন্ধুহৈ পৰিছে ; তেওঁৰ স্বাস্থ্য ভালে আছে, আৰু তেওঁ মুক্ত।

দূত : মুক্ত? নহয়, মইতো তেনেকৈ কোৱা নাই, মহাৰাণী! তেওঁ অক্টোভিয়াৰ সৈতে আৱদ্ধ।

ক্লিঅ'পেট্ৰা : কিহৰ বাবে?

দূত : বিবাহ পাশত আৱদ্ধ।

ক্লিঅ'পেট্ৰা : ছাৰমিয়ান, মই দেখোন শেঁতা পৰি গৈছোঁ।

দূত : মহাৰাণী, তেওঁ অক্টোভিয়াক বিবাহ কৰাইছে।

ক্লিঅ'পেট্ৰা ঃ তই যেন জহনিত যাৱ (দূতক মৰিয়াই পেলাই দিয়ে)

দূত ঃ মাতৃ, ধৈৰ্য ধৰক।

ক্লিঅ'পেট্ৰা ঃ কি কৈছ? (পুনৰ দূতক প্ৰহাৰ কৰে)

এতিয়াই ইয়াৰ পৰা ভাগ, নহ'লে ঢোপৰ দৰে

তোৰ চকুৰ মণিত লঠিয়াম;

তোৰ চুলি ছিঙিম।

(দূতৰ চুলিত ধৰি উঠা-বহা কৰায়)

তই চাবুকৰ কোব খাবি আৰু তোৰ গাত লোণ-পানী ঢলা হ'ব।

দূত ঃ হে দয়াময়ী মাতৃ! মই বাতৰিহে আনিছোঁ ; ৰাহি-যোৰা চোৱা নাছিলোঁ নহয়।

ক্লিঅ'পেট্ৰা ঃ এইটো খবৰ মিছা বুলি কোৱাচোন! তোমাক ৰাজ্য এখনকে দি দিম আৰু তোমাৰ ধন-দৌলতৰ সীমা নোহোৱা হ'ব। মোৰ খং তোলাৰ বাবেহে তুমি কিল খালা। ইয়াৰ উপৰি পৰিমিতভাৱে যি বিচাৰা তাকেই পাবা।

দূত ঃ মহাৰাণী, তেওঁ বিয়া কৰাইছে।

ক্লিঅ'পেট্ৰা ঃ ধূৰ্ত ক'ৰবাৰ! তই ইমান পৰ জীয়াই থাকিবই নালাগিছিল! (তৰোৱাল তুলি লয়)

দূত ঃ নহয়, সেইটো নকৰিব। তেনেহ'লে মই দৌৰি পলাম।

কি কৰিব খুজিছে, মাতৃ? মইতো একো দোষ কৰা নাই।

(প্ৰস্থান)

ছাৰমিয়ান ঃ মহাৰাণী, সংযত হয় যেন।

মানুহজন নিৰ্দোষী।

ক্লিঅ'পেট্ৰা ঃ নিৰ্দোষী মানুহো বিজুলী-ঢেৰেকণিৰপৰা সাৰিব নোৱাৰে। সমগ্ৰ ইজিপ্ত যেন নীল নদীৰ সৈতে মিলি যায় আৰু প্ৰতিটো



শান্ত প্ৰাণীয়েই যেন বিষাক্ত সৰ্পলৈ ৰূপান্তৰিত হয়!

সেই মানুহটোক আকৌ মাতি আনা ঃ

মই বলিয়াৰ দৰে হৈছোঁ যদিও তাক কামুৰি নেপেলাও নহয়।

মাতা।

ছাৰমিয়ান ঃ তেওঁ আহিবলৈ ভয় কৰিছে।

ক্লিঅ'পেট্ৰা ঃ মই তেওঁক মাৰ-পিট নকৰোঁ।

মই নিজেই মোৰ দোষৰ ভাগী;

গতিকে মোতকৈ তলৰ এজনক আঘাত কৰি

এই হাত দুখন অশুচি নকৰোঁ।

হেৰা, এইফালে আঁহা।

(দূতৰ প্ৰৱেশ)

সত্য হ'লেও অশুভ বাৰ্তা অনাটো ভাল কথা নহয়।

ভাল খবৰ হ'লে বিৱৰি ক'বা ;

কিন্তু বেয়া খবৰ হ'লে অনুভৱৰ যোগেদি

পাবলৈ এৰি দিবা।

দূত ঃ মই মোৰ কৰ্তব্য কৰিলোঁ।

ক্লিঅ'পেট্ৰা ঃ তেওঁ সঁচাকৈয়ে বিয়া কৰাইছে?

'হয়' বুলি ক'লেও মই তোমাক অধিক বেয়া পাব নোৱাৰিম।

দূত ঃ হয় মাতৃ, তেওঁ এতিয়া বিবাহিত।

ক্লিঅ'পেট্ৰা ঃ ঈশ্বৰে যেন তোক বিনাশ কৰে!

এই একেটা কথাকে কৈ থাকিবিনে?

দূত ঃ মই অসত্য কথা ক'ম নেকি, মহাৰাণী?

ক্লিঅ'পেট্ৰা ঃ মোৰ ইজিপ্তৰ অৰ্ধেক পানীত বুৰি সৰ্প-ৰাজ্য হ'লেও তই অসত্য কোৱা হ'লেও ভাল পালোঁহেঁতেন।

এতিয়াই ইয়াৰ পৰা আঁতৰ হ।
নাৰ্চিচাচৰ সমান সুন্দৰ হ'লেও মোৰ বাবে তই কুৎচ।
সঁচাই তেওঁ বিয়া কৰাইছে?

দূত : মহাৰাণী, মোৰ দায়-দোষ নধৰে যেন।

ক্লিঅ'পেট্ৰা : সঁচাকৈয়ে তেওঁ বিয়া কৰাইছে?

দূত : আপোনাৰ মনত দুখ দিয়া কথা কোৱাটো মোৰ বাবে কষ্টকৰ। অসন্তোষ নকৰে যেন। আপোনাৰ নিৰ্দেশ মতে কৰিলে যদি শাস্তি পাওঁ সেইটো বৰ অন্যায় কথা।
তেওঁ অক্টোভিয়াক বিয়া কৰাইছে।

ক্লিঅ'পেট্ৰা : এণ্টনিৰ দোষৰ বাবে তই দায়ী নহয় ; কিন্তু সেই বাবেই যে তই শাস্তি পাব লগা হ'ল!
এতিয়াই ইয়াৰ পৰা আঁতৰ হ।
ৰোমৰ পৰা মোৰ বাবে ব্যয়বহুল বস্তু আনিলি।
সেই সোপা তোৰ মূৰতে থাকি তোক ধ্বংস কৰক।
(দূতৰ প্ৰস্থান)

ছাৰমিয়ান : মাতৃ, ধৈৰ্য ধৰক।

ক্লিঅ'পেট্ৰা : এণ্টনিক প্ৰশংসা কৰি মই চীজাৰৰ প্ৰতি অশলাগী হ'লোঁ।

ছাৰমিয়ান : অনেক বাৰ এনে কৰা হৈছিল, মাতৃ!

ক্লিঅ'পেট্ৰা : ইয়াৰ বাবে শাস্তি মই পাইছোঁ।
মোক ইয়াৰ পৰা লৈ ব'লা।
মই পৰি যাম এতিয়া। ইৰাচ, ছাৰমিয়ান!
নহয়, একো নহয়!
এলেক্সাচ, সেই মানুহটোৰ ওচৰলৈ যোৱা,
কওক সি অক্টোভিয়াৰ চেহেৰা-পানী কেনেকুৱা;



কিমান তাইৰ বয়স, স্বভাৱ-চৰিত্ৰই বা কেনে।
তাক ক'বা তাইৰ চুলিৰ বৰণ কেনেকুৱা তাকো ক'ব লাগিব।
যোৱা, পলম নকৰিবা। শীঘ্ৰে সুধি-পুচি আঁহা।
(এলেক্সাচৰ প্ৰস্থান)
তেওঁক চিৰ কালৰ বাবে যাবলৈ দিয়া!
নহয়, নহয়, নিদিবা, ছাৰমিয়ান!
তেওঁ এফালৰ পৰা দেখাত কুৎচ দৈত্য যদিও
অন্য ফালৰ পৰা এজন মহাবীৰো।
(মাৰ্দিয়ানৰ প্ৰতি) এলেক্সাচক কোৱাগৈ তাই
কিমান ওখ সেইটোও জানি আহক।
ছাৰমিয়ান, মোক পুতৌ কৰিলেও কৰা,
কিন্তু কোনো কথা নক'বা।
মোক শয়ন কক্ষলৈ লৈ ব'লা।
(সকলোৰে প্ৰস্থান)

## দৃশ্য ৬

### মিচেনাচৰ কাষত

### সংগীতৰ ঝংকাৰ

(ঢোলবাদক আৰু ভেৰীবাদকৰ সৈতে এখন দুৱাৰেদি পম্পি আৰু মিনাচৰ প্ৰৱেশ। অন্য এখন দুৱাৰেদি চীজাৰ, লেপিদাচ, এণ্টনি, ইন'বাৰবাচ, মিচেনাচ আৰু এগ্ৰিপাৰ প্ৰৱেশ ; লগত কুচ্‌কাৱাজ কৰি কিছুমান সৈন্য আহে।)

পম্পি : আপোনালোকৰ পণবন্দী মোৰ লগত আছে ;

মোৰ পণবন্দী আছে আপোনালোকৰ লগত ;

সেয়ে যুদ্ধৰ পূৰ্বে আমি কথা পতা প্ৰয়োজন।

চীজাৰ ঃ বৰ ভাল কথা যে আমি পোনতে কথা পাতিবলৈ মান্তি হৈছোঁ ; সেয়ে আমি আমাৰ উদ্দেশ্যৰ কথা তোমাক লিখিতভাৱে জনাইছিলোঁ।

এতিয়া কোৱা তুমি সেয়া মানিলৈ তৰোৱাল সামৰি চিচিলিলৈ ঘূৰি যাবা নে যুদ্ধত অৱতীৰ্ণ হৈ অনেক সাহসী আৰু জোৱান সৈন্যৰ বিনাশ ঘটাবা?

পম্পি ঃ আপোনালোক তিনিও এই মহান বিশ্বৰ শাসনকৰ্তা ; দেৱতাসকলৰ প্ৰতিনিধি। মই বুজি নাপাওঁ কিয় এটা পুত্ৰ আৰু অনেক বন্ধু থকা সত্বেও মোৰ পিতৃ-হত্যাৰ প্ৰতিশোধ লোৱা নহ'ল। কিন্তু জুলিয়াচ চীজাৰৰ হত্যাৰ পোতক ল'বলৈ আপোনালোক উঠি-পৰি লাগিল।

কিহে কেচিয়াছক উদ্‌গাইছিল ষড়যন্ত্ৰত লিপ্ত হ'বলৈ? আৰু কিহৰ বাবে সাধু আৰু সাহসী ব্ৰুটাচে সহস্ৰ মুক্তিকামীসকলৰ লগ হৈ তেজেৰে কেপিটল বুৰাই পেলাইছিল?

তেওঁলোকে এজন মানুহক মানুহতকৈ বেছি হোৱাটো নিবিচাৰিছিল— সেই বাবেই নহয়নে? আৰু সেই একে কাৰণতে মই মোৰ নৌ-বাহিনী সাগৰত মেলি দিছোঁ— যি বাহিনীৰ বোজাত ক্ৰোধান্বিত সমুদ্ৰ ফেণে-ফোটোকাৰে উপচি পৰিছে। এই দৰে বিহিব বিচাৰো মই মোৰ পিতৃৰ প্ৰতি ৰোমৰ অকৃতজ্ঞতাৰ শাস্তি।

চীজাৰ ঃ মুক্ত মনে সকলো কোৱা।

এণ্টনি ঃ পম্পি, তোমাৰ নৌ শক্তিৰে আমাক ভীতিগ্ৰস্ত কৰিব নোৱাৰা।

সমূদ্ৰ ক্ষেত্ৰতহে তোমাৰ সতে কথা হ'ম।



তুমিতো জানাই আমাৰ স্থল বাহিনী অনেক গুণে শক্তিশালী।

পম্পি ঃ হয়, স্থলভাগত! আপুনি মোৰ পিতৃ-ভৱন প্ৰৱঞ্চনা কৰি অধিকাৰ কৰিলে। কিন্তু কুলি চৰায়েতো নিজৰ বাঁহ নাসাজে; সেয়ে থাকক তাতে কিমান দিন থাকে।

লেপিদাচ ঃ বাৰু, এই মুহূৰ্তৰ কথালৈ আঁহা।

অনুগ্ৰহ কৰি কোৱাচোন আমাৰ প্ৰস্তাৱ সম্পৰ্কে তোমাৰ অভিমত কি।

চীজাৰ ঃ হয়, সেইটোহে মূল কথা।

এণ্টনি ঃ যিটো কেৱল আমি কৈছোঁ বুলিয়ে গ্ৰহণ কৰিব নালাগে; কিন্তু গভীৰ ভাবে ভাবি চোৱা কোনটো ভাল তোমাৰ বাবে।

চীজাৰ ঃ আৰু অধিক প্ৰাপ্তিৰ বাবে যদি প্ৰয়াস কৰা তাৰ পৰিণতি কি হ'ব পাৰে তাকো ভাবি চাবা।

পম্পি ঃ আপোনালোকে মোক চিচিলি আৰু চাৰ্দিনিয়া দিব খুজিছে আৰু মই সমগ্ৰ সাগৰ দস্যুমুক্ত কৰিব লাগিব। তদুপৰি মই ৰোমলৈ ঘেঁহুৰ টোপোলা পঠাব লাগিব।

এইখিনি কৰিলে আমি ঢাল-তৰোৱাল নষ্ট নোহোৱাকৈ উভটিব পাৰিম।

চীজাৰ<br>এণ্টনি<br>লেপিদাচ ঃ হয়, সেয়াই আমাৰ প্ৰস্তাৱ।

পম্পি ঃ এই প্ৰস্তাৱ গ্ৰহণ কৰিম বুলিয়ে ইয়ালৈ আহিছিলো ;

কিন্তু এণ্টনিয়ে মোক কিছু অধৈৰ্য কৰি তুলিছে।

উপযাচি কোৱা কথাই প্ৰশংসা নাপায় ;

তথাপি মই ক'বই লাগিব ঃ

চীজাৰ আৰু আপোনাৰ ভাতৃ যেতিয়া যুদ্ধৰত আছিল সেই

সময়ত চিচিলিত প্ৰৱেশ কৰিছিল আপোনাৰ মাতৃ, আৰু
তেখেতক দিয়া হৈছিল বন্ধুত্বৰ প্ৰীতি-সম্ভাষণ।

এণ্টনি ঃ এইটো কথা মই শুনিছো, পম্পি।
তুমি মোৰ ধন্যবাদৰ পাত্ৰ ;
মই ধন্যবাদ জনাবলৈ প্ৰস্তুত।

পম্পি ঃ আপোনাৰ হাত আগবঢ়াওক।
মই ইয়াত আপোনাক পাম বুলি ভবাই নাছিলো।

এণ্টনি ঃ প্ৰাচ্যৰ দিনবোৰ বৰ আৰামৰ।
তোমাক ধন্যবাদ যে মই ভবাৰ পূৰ্বেই তুমি
মোক ইয়ালৈ অনালা ;
ইয়াৰ পৰা মই লাভৱান হৈছোঁ।

চীজাৰ ঃ শেষবাৰ দেখাতকৈ তোমাৰ অনেক পৰিৱৰ্তন দেখিছোঁ।

পম্পি ঃ হয়, নিষ্ঠুৰ নিয়তিয়ে মোৰ মুখত কি ৰেখা আঁকিছে নাজানো;
কিন্তু ই মোক বশ কৰিব নোৱাৰে।

লেপিদাচ ঃ তোমাক লগ পাই ভাল পালো , পম্পি।

পম্পি ঃ হয়, ময়ো তাকে ভাবিছোঁ।
আমাৰ বুজাবুজি হ'ল।
এতিয়া ইয়াক লিখিত ৰূপ দি চীল-মোহৰ মৰা হওক।

চীজাৰ ঃ হয়, এতিয়া তাকেহে কৰিব লাগে।

পম্পি ঃ বিদায় লোৱাৰ পূৰ্বে আমি আটায়ে ভোজ মেলত বহিম।
কোনে আৰম্ভ কৰিব সেইটো ভাগ্য খেলেৰেই ঠিক কৰা
হওক।

এণ্টনি ঃ ময়ে কৰোঁ, পম্পি।

পম্পি ঃ নহয় এণ্টনি, ভাগ্য খেলত ভাগ লওক
কিন্তু প্ৰথমেই হওক বা শেষতেই হওক



আপোনাৰ মিচৰীয় ৰন্ধনবিদ্যাই উচ্চ স্থান পাবই।
শুনিছোঁ তাত ভোজন কৰি জুলিয়াচ চীজাৰ
হেনো মেদবহুল হৈছিল।

এণ্টনি ঃ তুমি বৰ বেছিকৈ শুনিছা।

পম্পি ঃ মই কোনো বেয়া ভাবত কোৱা নাই, এণ্টনি।
শুনিছোঁ, এপল'দৰাচে হেনো—

ইন'বাৰবাচ ঃ হয়, তেওঁ তেনে কৰিছিল ; কিন্তু সেইবোৰ কথা এতিয়া
বাদ দিয়ক।

পম্পি ঃ কি কৰিছিল? কোৱাচোন।

ইন'বাৰবাচ ঃ এগৰাকী ৰাণীক তুলিত ভৰাই চীজাৰৰ ওচৰলৈ পঠাইছিল।

পম্পি ঃ এতিয়াহে মই তোমাক চিনি পাইছোঁ।
কেনে আছা, সৈনিক?

ইন'বাৰবাচ ঃ ভালেই আছোঁ, আৰু বেচ ভাল হ'ব যেনও পাইছোঁ, কাৰণ
চাৰিটা ভোজ আহি আছে।

পম্পি ঃ আঁহা কৰমৰ্দন কৰোঁ।
মই তোমাক কেতিয়াও বেয়া পোৱা নাছিলো; তোমাৰ যুদ্ধৰ
কৌশল দেখি মই ঈৰ্ষান্বিত হৈছিলোঁ।

ইন'বাৰবাচ ঃ মহাশয়, মই আপোনাক বৰ বেছি ভাল পোৱা নাছিলো; কিন্তু
মই জানো মই আপোনাক যিমান প্ৰশংসা কৰিছিলো আপুনি
তাতকৈ অনেক গুণে প্ৰশংসাৰ পাত্ৰ।

পম্পি ঃ স্পষ্টবাদিতাই তোমাক শুৱাইছে ; সেয়ে কৈ যোৱা।
ব'লক, মোৰ জাহাজলৈ যাওঁ, সকলোকে নিমন্ত্ৰ জনাইছোঁ।
নৃপতিসকল, অনুগ্ৰহ কৰি আগবাঢ়িবনে?

চীজাৰ, এণ্টনি, লেপিদাচ ঃ আমাক পথ দেখুওৱা।

পম্পি : আহক। (ইন'বাৰবাচ আৰু মিনাচৰ বাহিৰে আটাইৰে প্ৰস্থান)

মিনাচ : (আপোন মনে) : পম্পি, তোমাৰ পিতৃয়ে যদি এই ধৰণৰ সন্ধি নকৰিলেহঁতেন! (ইন'বাৰবাচৰ প্ৰতি) আমি দুয়ো পূৰ্বে লগ পাইছো, নহয়নে ডাঙৰীয়া?

ইন'বাৰবাচ : হয়. মোৰ বোধেৰে সমুদ্ৰত লগ পাইছিলোঁ।

মিনাচ : হয়, সমুদ্ৰতে।

ইন'বাৰবাচ : আপুনি জল যুদ্ধত বেচ পাৰদৰ্শিতা দেখুৱাইছিল।

মিনাচ : আৰু আপুনি স্থল যুদ্ধত।

ইন'বাৰবাচ : মোক প্ৰশংসা কৰোতাঁজনক ময়ো প্ৰশংসা কৰোঁ। অৱশ্যে মই স্থলত যি কৰিলো সেয়া কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

মিনাচ : মই জলত যি কৰিলো সেয়াও অস্বীকাৰ কৰা অসম্ভৱ।

ইন'বাৰবাচ : হয়, কিন্তু আপোনাৰ নিজৰ নিৰাপত্তাৰ বাবেই কিছু অস্বীকাৰ কৰা উচিত। আপুনি বেচ পাকৈত জলদস্যুও আছিল।

মিনাচ : আৰু আপুনি স্থলত।

ইন'বাৰবাচ : সেয়া কিন্তু কোনো সৈনিকৰ কাম নহয়।
যি সি কি নহওক, হাত মিলাওক, মিনাচ।
এয়া দুজন দস্যুৰ আলিংগন।

মিনাচ : মানুহে হাতেৰে যিয়েই নকৰক, মুখতহে প্ৰকৃত ৰূপ প্ৰকাশ পায়।

ইন'বাৰবাচ : নাৰীৰ মুখত কিন্তু প্ৰকৃত চেহেৰা দেখা পোৱা নাযায়।

মিনাচ : এইটো মিছা অপবাদৰ কথা নহয়; তেওঁলোকে মন হৰণ কৰে।

ইন'বাৰবাচ : আমি আপোনালোকৰ সৈতে যুঁজ কৰিবলৈহে ইয়ালৈ আহিছিলোঁ।



মিনাচ : মই কিন্তু বৰ দুখ পাইছোঁ যে যুদ্ধৰ ঠাইত ভোজ-ভাতহে হ'ল। আজি পম্পিয়ে তেওঁৰ সৌভাগ্য হাঁহি উৰুৱাই দিছে।

ইন'বাৰবাচ : এইটোৱে যদি হয় তেন্তে তেওঁ কন্দা কটা কৰিও সেয়া ঘূৰাই নাপাব।

মিনাচ : আপুনি ঠিকেই কৈছে। আমি ইয়াত মাৰ্ক এণ্টনিক আশা কৰা নাছিলো। অনুগ্ৰহ কৰি কওকচোন, তেওঁ ক্লিঅ'পেট্রাক বিবাহ কৰাইছে নেকি?

ইন'বাৰবাচ : চীজাৰৰ ভগ্নীৰ নাম অক্টেভিয়া।

মিনাচ : হয় ডাঙৰীয়া! তেওঁ কেইচ মাৰ্চেলাচৰ পত্নী আছিল।

ইন'বাৰবাচ : কিন্তু এতিয়া তেওঁ মাৰ্কাচ এণ্টনিয়াচৰ পত্নী।

মিনাচ : কি কৈছে আপুনি?

ইন'বাৰবাচ : এইটো সত্য।

মিনাচ : তেন্তে চীজাৰ আৰু এণ্টনি চিৰকালৰ বাবে এক হৈছে।

ইন'বাৰবাচ : মই ভৱিষ্যৎবাণী কৰিবলৈ হ'লে কিন্তু সেইদৰে নাভাবোঁ।

মিনাচ : মোৰ বোধেৰে দুয়োজনৰ প্ৰেমতকৈ ৰাজনৈতিক উদ্দেশ্যইহে এই ক্ষেত্ৰত বেছি কাম কৰিছে।

ইন'বাৰবাচ : ময়ো তেনেকৈয়ে ভাবোঁ। দেখিব, তেওঁলোকৰ বন্ধুত্বৰ ডোলদালেই তেওঁলোকৰ মৈত্ৰীও ছিঙি চুৰমাৰ কৰিব। অক্টেভিয়া হ'ল ধৰ্মপ্ৰাণা, আবেগহীনা আৰু অল্পভাষী ব্যক্তি।

মিনাচ : তেনে এগৰাকী নাৰীক কোনেনো পত্নী হিচাপে নিবিচাৰিব?

ইন'বাৰবাচ : এণ্টনিৰ এইবোৰ গুণ নাই। সেয়ে তেওঁ এনে পত্নী নিবিচাৰে। তেওঁ পুনৰ ইজিপ্তৰ প্ৰেয়সীৰ কাষলৈ গুচি যাব আৰু তেতিয়া অক্টেভিয়াৰ হা-হুমুনিয়াহ দেখি চীজাৰ খঙত জ্বলি-পকি উঠিব। মই আগতে কৈছোঁৱেই, এইদৰেই তেওঁলোকৰ বন্ধুত্ব সংঘাতলৈ ৰূপান্তৰিত হ'ব। এণ্টনিৰ প্ৰেম-প্ৰীতি য'ত আছে তেওঁ ত'লৈহে যাব। এই বিবাহ ৰাজনৈতিক সুধিাৰ

বাবেহে।

মিনাচ ঃ এয়ে হয়তো হ'ব পাৰে। ব'লক, জাহাজত উঠোঁগৈ। মই আপোনাৰ সুস্বাস্থ্য কামনা কৰি মদিৰা পান কৰিবলৈ ব্যগ্ৰ হৈ আছোঁ।

ইন'বাৰবাচ ঃ মই আগ্ৰহেৰে গ্ৰহণ কৰিম, ডাঙৰীয়া। ইজিপ্তত আমি প্ৰচুৰ সুৰা পান কৰিছিলোঁ।

মিনাচ ঃ যাওঁহক, ব'লক। (প্ৰস্থান)

## দৃশ্য ৭

মিচেনাচৰ পৰা কিছু দূৰত পম্পীৰ ৰণতৰী।

সংগীত চলি থাকে। ফলমূল, মিঠাই, পানীয় আদি লৈ তিনিজন ভৃত্যৰ প্ৰৱেশ।

১ম ভৃত্য ঃ শুনা বান্ধৱ! তেওঁলোক ইয়ালৈকে আহিব। তেওঁলোকৰ কাৰো কাৰোৰ ঠেংবোৰ লেহুকা হ'লেই; সামান্য বতাহতে হালি পৰিব।

২ ভৃত্য ঃ লেপিদাচতো খাই খাই ৰঙা পৰি গৈছে।

১ম ভৃত্য ঃ তেওঁলোকে তেওঁক পিয়লাৰ তলিলৈকে খুৱাইছে।

২য় ভৃত্য ঃ তেওঁলোক দুজনে ইজনে সিজনৰ ভুল খুচৰি থাকোঁতেই ইজনে 'আৰু নালাগে, আৰু নালাগে' বুলি কৈ থাকে। সি দুজন মান্তি হয় যদিও এওঁ কিন্তু পুনৰ পিবলৈ লাগি যায়।

১ম ভৃত্য ঃ কিন্তু ই তেওঁৰ মনৰ ভিতৰৰ যুদ্ধখন বঢ়ায়হে।

২য় ভৃত্য ঃ বৰলোক বোলাবলৈ গ'লে তেনেকুনাই হয়। বলে নোৱাৰা শিলক দাঙিবলৈ চেষ্টা কৰাতকৈ নল-খাগৰিৰে তৰোৱাল কৰি লোৱাই ভাল।



১ম ভৃত্য ঃ চকুৰ ঠাইত যদি খালী গাঁত দুটা থাকে মুখখন কেনে দেখাব বাৰু? বহল ক্ষেত্ৰত প্ৰৱেশ কৰি তাত বিচৰণ কৰিব নোৱাৰাটোও তেনেকুৱা কথাই।

(ভেৰীবাদন। চীজাৰ, এণ্টনি, লেপিদাচ, এগ্ৰিপা, মিচেনাচ ইন'বাৰবাচৰ প্ৰৱেশ ; লগত অন্যান্য প্ৰধান যোদ্ধা কেইজনমান)

এণ্টনি ঃ হয়, এওঁলোকে এইদৰেই কৰে। পিৰামিদৰ কিছুমান সংকেতেৰে নীল নদীৰ গভীৰতা নিৰ্ণয় কৰে। নদীৰ উচ্চতা ; নিম্নতা আৰু মধ্যস্থানৰ পৰা তেওঁলোকে উমান পায় দেশত প্ৰাচুৰ্য হ'ব নে দুৰ্ভিক্ষ হ'ব। নীল নদী যিমানেই বাঢ়ে সিমানেই ভাল। পানী কমি অহাৰ লগে লগে কৃষকে বালি-বোকাত সিঁচি দিয়া বীজ কম সময়ৰ ভিতৰতে বাঢ়ি গৈ শস্য তুলিব পৰা হয়।

লেপিদাচ ঃ তাত বোলে আচৰিত ধৰণৰ সাপ আছে?

এণ্টনি ঃ আছে, লেপিদাচ।

লেপিদাচ ঃ সূৰ্যৰ পোহৰ পাই বোকাতে নীল নদীৰ সাপবোৰ ডাঙৰ-দীঘল হয়, সেই ধৰণে ঘড়িয়ালবোৰো।

এণ্টনি ঃ হয়, সিহঁত তেনেকৈয়ে ডাঙৰ-দীঘল হয়।

পম্পি ঃ বহক, আৰু অলপ ফটিকা খাওক।

লেপিদাচৰ সুস্বাস্থ্য কামনাৰে!

এণ্টনি ঃ মোৰ গা সিমান ভাল নহয়। অৱশ্যে মই এৰি দিয়া মানুহ নহয়।

ইন'বাৰবাচ ঃ মোৰ ভয় হৈছে টোপনি নোযোৱালৈকে আপুনি এৰি নিদিবই!

লেপিদাচ ঃ সেইটো হ'বই নোৱাৰে। মই শুনিছো টলেমিৰ পিৰামিদবোৰ হেনো বৰ ভাল বস্তু।

মিনাচ : (পম্পিক মনে মনে) ঃ পম্পি, কথা এটা শুনকচোন।

পম্পি : (মনে মনে মিনাচক) ঃ কি ক'ব খুজিছা? কাণত ফুচফুচাই কোৱা।

মিনাচ : (পম্পিক মনে মনে) ঃ অলপ উঠি আহকচোন, প্ৰভু। মই কি ক'ব খুজিছোঁ শুনক।

পম্পি : (মনে মনে মিনাচক) ঃ খন্তেকৰ বাবে মোক অকলে থাকিবলৈ দিয়া। (মিনাচে পম্পিৰ কাণত ফুচফুচাই কিবা কয়) এই মদিৰা লেপিদাচৰ বাবে!

লেপিদাচ : আপোনালোকৰ সেই ঘড়িয়ালবোৰ কেনেকুৱা প্ৰাণী?

এণ্টনি : সেইবোৰৰ আকাৰ ইয়াৰবোৰৰ নিচিনাই আৰু ই দীগে বাণিয়ে সমান। ইয়াৰ উচ্চতাও ইয়াৰ সমানেই আৰু ই নিজৰ অংগ প্ৰত্যংগৰ ওপৰতে ভৰ দি চলে। ই যি খায় তাকে খাই জীয়াই থাকে আৰু ইয়াৰ মৃত্যু হ'লে জীৱটোৱে অন্য দেহাত স্থিতি লয় গৈ।

লেপিদাচ : ইয়াৰ বৰণ কেনেকুৱা?

এণ্টনি : ইয়াৰ নিজৰ ৰঙেই ইয়াৰ বৰণ।

লেপিদাচ : এইটো বৰ আচৰিত ধৰণৰ সৰীসৃপ!

এণ্টনি : হয়, আৰু ইয়াৰ চকুযোৰো সজল।

চীজাৰ : এই বৰ্ণনাই তেওঁক সন্তুষ্ট কৰিবনে?

এণ্টনি : পম্পিয়ে সুস্বাস্থ্য কামনা কৰাৰ বাবে হয়তো তেওঁ সন্তুষ্ট হ'ব পাৰে; নহ'লে লেপিদাচ বৰ ভোগবাদী ব্যক্তি।

পম্পি : (মিনাচক মনে মনে) ঃ যোৱা ক'ত মৰা মৰাগৈ! মোক তেনে কথা ক'বলৈ আহিছা? কৈছোঁ নহয়, মই যি কৰিবলৈ কৈছোঁ কৰা। মই বিচৰা সুৰাৰ পিয়লা ক'ত?

মিনাচ : (পম্পিক মনে মনে) ঃ মই আপোনাৰ বাবে যি অলপ কৰিছোঁ



তাৰ প্ৰতিদান হিচাপেই মোৰ কথা শুনক। উঠক চোন আসনৰপৰা।

পম্পি : (মিনাচক মনে মনে) ঃ তুমি পাগল হৈছা যেন পাইছোঁ। কোৱা, কি কথা?

(তেওঁ বহাৰপৰা উঠে আৰু দুয়ো একাষৰীয়া হয়।)

মিনাচ : মই মনে-প্ৰাণে আপোনাৰ কাম কৰি আহিছোঁ।

পম্পি : হয়, খুউব বিশ্বাসেৰে তুমি মোৰ কাম কৰিছা। আৰু কিবা ক'বা? (আন সকললৈ) বন্ধুসকল, আনন্দ কৰক।

এণ্টনি : লেপিদাচ, তুমি পলসুৱা মাটিত ভৰি দিছা। আঁতৰি আঁহা ; নহ'লে বুৰিবা।

মিনাচ : (পম্পিক মনে মনে) ঃ আপুনি সমগ্ৰ বিশ্বৰ গৰাকী হ'বলৈ নিবিচাৰে?

পম্পি : কি কৈছা তুমি?

মিনাচ : আপুনি সমগ্ৰ বিশ্বৰ গৰাকী হ'বলৈ বিচাৰে?

পম্পি : সেইটো কেনেকৈ হ'ব পাৰে?

মিনাচ : আপুনি মাত্ৰ মান্তি হওক; দেখিব, যদিও মই সাধাৰণ মানুহ আপোনাক সমগ্ৰ বিশ্ব প্ৰদান কৰিবলৈ মই সক্ষম।

পম্পি : অলপ বেছিকৈ ধৰিলা নেকি?

মিনাচ : নাই পম্পি, মই সুৰা পান কৰাই নাই। আপোনাৰ যদি সাহস আছে তেন্তে পৃথিৱীৰ অধিপতি হ'ব পাৰে। আপুনি ইচ্ছা কৰিলে সমুদ্ৰ আৰু আকশৰ সমগ্ৰ ব্যাপ্তিয়েই আপোনাৰ অধীন হ'ব।

পম্পি : অস্! মোক একো নোকোৱাকৈ তুমি এইটো কৰিব লাগিছিল। মোৰ এইটো হ'ব নীচ কৰ্ম; কিন্তু তোমাৰ ক্ষেত্ৰত ভাল কামেই হ'লেহেঁতেন। তুমি জানাই, লাভৰ বাবে মই একো

নকৰো ; কাৰোঁ সন্মানৰ বাবে। কামটো সমাধা কৰাৰ পূৰ্বেই প্ৰকাশ কৰাৰ বাবে তুমি অনুতপ্ত হোৱা উচিত। মই নজনাকৈ কৰা হ'লে পিছত হয়তো ভাল কাম বুলিয়ে ক'লোহেঁতেন; কিন্তু এতিয়া মই ইয়াক নিন্দা কৰিবই লাগিব। এতিয়া সেইবোৰ বাদ দি সুৰা পান কৰা।

(পম্পি আলহীসকলৰ কাষলৈ ওভতে)

মিনাচ : (আপোন মনে) : তেন্তে আৰু মই তোমাৰ ভগ্ন ভাগ্য অনুসৰণ নকৰোঁ। বিচাৰি থকা জনে উপযাচি দিলেও যদি নলয় তেন্তে হ'লে তেওঁ পুনৰ সেইটো কেতিয়াও নাপায়।

পম্পি : লেপিদাচৰ সুস্বাস্থ্য কামনাৰে।

এণ্টনি : তেওঁক পাৰলৈ লৈ যোৱা। তেওঁৰ হৈ ইয়াৰ প্ৰত্যুত্তৰত ময়ে পান কৰিম।

ইন'বাৰবাচ : মিনাচ, এয়া তোমাৰ বাবে।

মিনাচ : ধন্যবাদ, ইন'বাৰবাচ!

পম্পি : পিয়লা পূৰাই ঢালি যোৱা।

ইন'বাৰবাচ : মিনাচ, সেইজন দেখিছোঁ বেচ বলৱন্ত পুৰষ।

(লেপিদাচক দাঙি লৈ যোৱা পৰিচাৰক জনলৈ আঙুলিয়াই)

মিনাচ : কিয়?

ইন'বাৰবাচ : দেখা নাই? তেওঁতো বিশ্বৰ এক তৃতীয়াংশৰ গৰাকী।

মিনাচ : তৃতীয় অংশটো মদৰ নিচাত মতলীয়া হ'ল। সমগ্ৰ বিশ্বখনো তেওঁৰ হোৱা হ'লে এই নিচাত উৰি গ'লহেঁতেন।

ইন'বাৰবাচ : তুমিও যোৱা, যিমান পাৰা আনন্দ-উৎসৱ কৰা।

মিনাচ : আঁহা।



পম্পি : এয়া এতিয়াও আলেকজেন্দ্ৰিয়াৰ সেই বিখ্যাত ভোজৰ নিচিনা হোৱা নাই।

এণ্টনি : তেনে হোৱাৰ পথত আগবাঢ়িছে। সকলোৱে পিয়লা মিলাওক। এয়া চীজাৰৰ বাবে।

চীজাৰ : মই মদ্যপান বাদ দিব পাৰোঁ। মদ খাই মগজ ঘোলা কৰাটো অমানৱীয় কাম।

এণ্টনি : সময়ৰ দাবী মানি লোৱা।

চীজাৰ : মোৰ ক'বলগীয়া হ'ল ইয়াক নিয়ন্ত্ৰিত কৰা। কিন্তু মই একে দিনাই ইমান মদ্যপান কৰাতকৈ চাৰি দিন সম্পূৰ্ণ লঘোণে থাকিয়ে ভাল পাম।

ইন'বাৰবাচ : (এণ্টনিলৈ) : মহাৰাজ, এতিয়া মিচৰীয় প্ৰথা মতে নাচ-গান কৰি আমাৰ ভোজ-মেলক পৱিত্ৰ কৰি তুলিলে কেনে হয়?

পম্পি : সেইটোকে কৰা হওক, প্ৰিয় সৈনিক।

এণ্টনি : আঁহা, আমি আটায়ে হাত মিলাওঁ। পাহৰণিত নিজকে হেৰুৱাই নিদিয়া পৰ্যন্ত সুৰাপান কৰিয়ে থাকিম।

ইন'বাৰবাচ : সকলোৱে হাত মিলাওক।

মই আপোনালোকক যথাস্থানত উপবিষ্ট কৰাম; ইতিমধ্যে উচ্চাংগ সংগীত চলি থাকক। তাৰ পাছত কিশোৰ অভিনেতা জনে গাব আৰু কোৰাচত প্ৰত্যেকেই সাধ্য মতে চিঞৰিব।

(সংগীত আৰম্ভ হয়; ইন'বাৰবাচে সকলোকে নিৰ্দিষ্ট স্থানত বহুৱায়)

## গীত

আঁহা হে সুৰাৰ দেৱতা,
আধা মুদা চকুযুৰি সতে আহা আগবাঢ়ি
তোমাৰ মদিৰাতে হয় যেন আমাৰ চিন্তাৰ অৱসান;

তোমাৰ আঙুৰগুটি কৰোঁ আমি শিৰত পৰিধান।
পিয়লা ভৰাই দিয়া আমাক মদিৰা ঢালি,
পিয়লা ভৰাই দিয়া আমাক মদিৰা ঢালি,
পৰিলেও পৰক আমাৰ এই ধৰিত্ৰী হালি-জালি।

চীজাৰ ঃ আৰু কি লাগে তোমালোকক?
পম্পি, বিদায়।
ভাতৃ মোৰ, ব'লা আমি ইয়াৰ পৰা যাওঁ।
এই চপলতাই আমাৰ গুৰুতৰ কৰ্তব্য তল পেলাইছে।
নৃপতিসকল, দেখিছেই আমাৰ মুখবোৰ
ৰঙা-চিঙা পৰিছে।
ইমানতে বিদায়!
ইন'বাৰবাচতো সুৰাতকৈও শক্তিহীন হ'ল;
মোৰ নিজৰো কথাবোৰ স্পষ্ট হোৱা নাই।
অতিৰিক্ত সুৰা পানে আমাক উন্মাদ প্ৰায় কৰিলে।
অধিক কি ক'ম?
প্ৰিয় এণ্টনি, বিদায়!
আগবঢ়োৱা তোমাৰ হাত।

পম্পি ঃ আমি স্থলত উঠি সুৰা পানৰ শক্তি পৰীক্ষা কৰিম।

এণ্টনি ঃ সেয়ে হ'ব! এতিয়া তোমাৰ হাত আগবঢ়োৱা।

পম্পি ঃ এণ্টনি, মোৰ পিতৃ ভৱন তোমাৰ হাতত।
কিন্তু, এইটোনো কি কথা? আমি এতিয়া বন্ধু!
ব'লা নাৱলৈ নামো।

ইন'বাৰবাচ ঃ চাব যাতে পৰি নাযায়।



(ইন'বাৰবাচ আৰু মিনাচৰ বাহিৰে আটাইৰে প্ৰস্থান)
মিনাচ, মই পাৰলৈ নাযাওঁ।

মিনাচ ঃ ময়ো নাযাওঁ, নিজৰ কোঠালৈকে যাওঁ।
এই ঢোল, ভেৰী, বাঁহী আৰু ক'ত কি!
বজোৱা, জোৰেৰে বজোৱা!
শুনে যেন সাগৰ দেৱতাই কি কোলাহলেৰে আমি
এই মহান ব্যক্তি কেইজনক বিদায় দিছোঁ।
(সংগীতৰ ঝংকাৰ আৰু ঢোলবাদন)

ইন'বাৰবাচ ঃ হোৰেই! এইটো মোৰ টুপি

মিনাচ ঃ হোৰেই! প্ৰিয় সৈনিক, ব'লা।

(প্ৰস্থান)

## অংক ৩, দৃশ্য ১

চিৰিয়াৰ এক সমভূমি অঞ্চল
বিজয় উল্লাসেৰে চিলিয়াচ আৰু অন্যান্য সৈনিকৰ
সৈতে ভেণ্টিদিয়াচৰ প্ৰৱেশ। তেওঁৰ সম্মুখত
পেক'ৰাচৰ মৃতদেহ।

ভেণ্টিদিয়াচ ঃএতিয়াতো ৰণৰ পৰিলা তুমি, পাৰ্থিয়া কুমাৰ!
আৰু ভাগ্য দেৱীৰ প্ৰসাদত ল'লো মই
মাৰ্কাচ ক্ৰেচাচৰ হত্যাৰ প্ৰতিশোধ।
ৰাজকুমাৰৰ মৃতদেহ আমাৰ সৈন্য বহিনীৰ
সম্মুখলৈ লৈ ব'লা।

অৰ'দীজ, মাৰ্কাচ ক্ৰেচাচৰ বাবেই
প্ৰাণাহুতি দিলে তোমাৰ পুত্ৰ পেক'ৰাচে।

চিলিয়াচ ঃ ভেণ্টিদিয়াচ,
তোমাৰ তৰোৱালৰ পাৰ্থিয়ান তেজ তপত হৈ থাকোতেই পলাই যোৱা পাৰ্থিয়ান সৈন্যক অনুসৰণ কৰা।
মিদিয়া, মেচপটেমিয়া, য'তেই সিহঁতে আশ্ৰয় নলওক পৰাজিতহঁতৰ পিছ লোৱা।
সেয়ে হ'লে তোমাৰ মহান স্বামী এণ্টনিয়ে তোমাক বিজয় ৰথত তুলি জয়মাল্য অৰ্পণ কৰিব।

ভেণ্টিদিয়াচ ঃ মই যথেষ্ট কৰিলোঁ, চিলিয়াচ
তলতীয়া এজনে খুব বেছি কিবা কৰিলে নিজৰ বাবেই মাৰাত্মক হ'ব পাৰে। মনত ৰাখিবা চিলিয়াচ, আমাৰ স্বামী এতিয়া আঁতৰত ; সেয়ে বহুত কৰি খ্যাতি আৰ্জন কৰাতকৈ কিছু নকৰাকৈ এৰাই ভাল।
চীজাৰ আৰু এণ্টনিয়ে বিজয় গৌৰৱ আৰ্জিছে
নিজৰ শ্ৰমতকৈও সেনা-বিষয়াৰ যোগেদি।
মোৰ সম পৰ্যায়ৰ বিষয়া চচিয়াচে
বাৰে বাৰে বিজয়ী হৈ খ্যাতি লাভ কৰিছিল ;
কিন্তু পৰিণামত হেৰুৱালে তেওঁ স্বামীৰ অনুগ্ৰহ।
যুদ্ধত সেনাপতিতকৈ অধিক বিক্ৰম দেখুৱা বিপদজনক ;
উচ্চাকাংখ্যা সৈনিকৰ গুণ হ'ব পাৰে ;
কিন্তু ই তেওঁক লাভৱান নকৰে।
এণ্টনিৰ লাভৰ বাবে মই আৰু কৰিব পাৰোঁ ;
কিন্তু ই তেওঁক অসন্তুষ্ট কৰিব
আৰু তেতিয়া মোৰ সকলো কৰ্ম অথলে যাব।



চিলিয়াচ ঃ ভেণ্টিদিয়াচ, তোমাৰ বিচাৰ-বুদ্ধি সুন্দৰ , নহ'লে সৈনিক আৰু তেওঁৰ তৰোৱালৰ মাজত কোনো পাৰ্থক্য নাথাকিলেহেঁতেন।
তুমি এণ্টনিলৈ পত্ৰ লিখিবা?

ভেণ্টিদিয়াচ ঃ তেওঁৰ যাদুকৰী নামৰ বলত আমি কি কৰিলো তেওঁক বিনয়েৰে জনাম। তেওঁৰ ধ্বজাৰ তলত আৰু সেনাৰ বলত অপৰাজেয় পাৰ্থিয়াৰ অশ্বাৰোহী সৈন্যক কেনেকৈ খেদাই পঠালো সেয়া তেওঁক জনাব লাগিব।

চিলিয়াচ ঃ তেওঁ এতিয়া ক'ত?

ভেণ্টিদিয়াচ ঃ তেওঁ এথেন্সলৈ যাবৰ বাবে প্ৰস্তুত;
আমি তালি-টোপোলা লৈ যিমান শীঘ্ৰে সম্ভৱ তালৈকে গৈ তেওঁৰ আগত হাজিৰ হ'ব লাগিব।
ব'লা, যাত্ৰা আৰম্ভ কৰো।
(সকলোৱে প্ৰস্থান)

## দৃশ্য ২

### ৰোম ঃ চীজাৰৰ বাসভৱন

এখন দুৱাৰেদি এগ্ৰিপা আৰু আন এখনেদি ইন'বাৰবাচৰ প্ৰৱেশ।

এগ্ৰিপা ঃ কি, দুই ভাতৃ এৰা এৰি হ'ল নেকি?

ইন'বাৰবাচ ঃ পম্পিৰ সৈতে তেওঁলোকে সকলো সমাধা কৰিলে; তেওঁও গ'ল।
তেওঁলোক তিনি জনে চুক্তিত চীল-মোহৰ মাৰিছে।

ৰোম এৰিব লগা হোৱা বাবে অক্টেভিয়া
কান্দি-কাটি বাউলী হৈছে।
চীজাৰ বৰ শোকাকুল হৈ পৰিছে আৰু মিনাচে
কোৱা মতে লেপিদাচ এক প্ৰকাৰ ৰক্তহীনতা ৰোগত ভুগিছে।

এগ্ৰিপা : লেপিদাচ সঁচাকৈয়ে বৰ সাধু মানুহ।

ইন'বাৰবাচ : বৰ ভাল মানুহ। তেওঁ যে চীজাৰক ইমান ভাল পায়!

এগ্ৰিপা : মাৰ্ক এণ্টনিকো তেওঁ বেচ সম্ভ্ৰম কৰে!

ইন'বাৰবাচ : চীজাৰ? কিয়, তেওঁ দেৱতা সদৃশ মানুহ।

এগ্ৰিপা : আৰু এণ্টনিনো কি? তেওঁ দেৱৰাজৰো দেৱতা।

ইন'বাৰবাচ : তুমি চীজাৰৰ কথা কৈছা? তেওঁৰ তুলনা নাই।

এগ্ৰিপা : এণ্টনি! তুমি আৰবৰ ফিনিক্স চৰাইৰ সমতুল্য!

ইন'বাৰবাচ : চীজাৰক যদি প্ৰশংসা কৰিব খোজা, 'চীজাৰ' বুলিলেই হ'ব; অধিক প্ৰয়োজন নাই।

এগ্ৰিপা : সঁচাকৈয়ে তেওঁ দুয়োজনকে প্ৰশস্তিৰে বুৰাই পেলাইছিল।

ইন'বাৰবাচ : কিন্তু তেওঁ চীজাৰক সবাতোকৈ ভাল পায়; অৱশ্যে এণ্টনিকো তেওঁ ভাল পায়। এণ্টনিৰ প্ৰতি তেওঁৰ ভাল পোৱা ভাবি, কৈ হিচাপ কৰি, লিখি, গাই শেষ কৰিব নোৱাৰি। কিন্তু চীজাৰৰ ক্ষেত্ৰত আঁঠু লোৱা আৰু চিন্তা কৰা।

এগ্ৰিপা : তেওঁ দুয়োজনকে ভাল পায়।

ইন'বাৰবাচ : তেওঁলোকৰ পাখিৰেই তেওঁ যেন পতংগৰ দৰে উৰি ফুৰে।

(ভেৰীৰ ধ্বনি)



এয়া হ'ল অশ্বাৰোহণৰ সংকেত।
বিদায়, এগ্ৰিপা।

এগ্ৰিপা : বিদায় বন্ধু, তোমাৰ মংগল হওক।

(চীজাৰ, এণ্টনি, লেপিদাচ আৰু অক্টেভিয়াৰ প্ৰৱেশ)

এণ্টনি : আৰু আগ নাবাঢ়িলেও হ'ব, চীজাৰ।

চীজাৰ : তুমি মোৰ দেহ-মনৰ অধিকাংশ লৈ গৈছা; আশা কৰোঁ ইয়াৰ সুব্যৱহাৰ কৰিবা। ভগ্নী মোৰ, মই ভবা মতেই যেন তুমি পত্নী ৰূপে নিজকে প্ৰতিষ্ঠা কৰা। মই নিশ্চিত তুমি এইটো কৰিবা।

প্ৰিয় এণ্টনি, আমাৰ প্ৰীতিৰ বান্ধোন কটকটীয়া কৰাৰ বাবে এওঁক আমাৰ মাজত স্থাপন কৰা হৈছে। ই যেন আমাৰ স্নেহৰ এনাজৰী ছিঙাৰ সজুলি নহয়। অন্যথা আমি এই ব্যৱস্থাৰ অবিহনেও ইজনে সিজনক ভাল পাব পাৰিলোহেঁতেন।

এণ্টনি : মোক অবিশ্বাস কৰি মনত আঘাত নিদিয়ে যেন।

চীজাৰ : মই ইমানকে ক'লো।

এণ্টনি : আপুনি দেখিব, এই বিষয়ত চিন্তিত হোৱাৰ কোনো কাৰণ নাই।

দেৱতাসকলে যেন আপোনাৰ মংগল কৰে। ৰোমৰ জনতাই যেন সৰ্বান্তঃকৰণে আপোনাৰ উদ্দেশ্য সাধনত সহায়ক হয়- — এয়ে মোৰ কামনা। এতিয়া আমি বিদায় লওঁ।

চীজাৰ : পৰম স্নেহৰ ভগ্নী মোৰ, বিদায়!
জল আৰু বায়ু যেন তোমাৰ প্ৰতি সদয় হয়
আৰু তুমি যেন প্ৰাণচঞ্চলা হৈ থাকা।

বিদায়! তোমাৰ কুশল হওক।

অক্টেভিয়া ঃ উদাৰ আৰু দয়ালু ভাতৃ মোৰ!

এণ্টনি ঃ তেওঁৰ চকুত এয়া বৰষাৰ পানী।

এই চকুলোৱে যেন বুৰাই পেলাইছে প্ৰেমৰ ততিনি। আনন্দ কৰা, অক্টেভিয়া!

অক্টেভিয়া ঃ ভাতৃ মোৰ, মোৰ স্বামীৰ ঘৰলৈও যেন চকু-কাণ দিয়া, এয়ে আশা; আৰু——

চীজাৰ ঃ আৰু কি, অক্টেভিয়া?

অক্টেভিয়া ঃ সেয়া মই তোমাৰ কাণে কাণেহে ক'ম।

এণ্টনি ঃ তেওঁৰ অন্তৰ ভাবগধুৰ হৈ পৰিছে; প্ৰকাশৰ যেন ভাষা নাই; যেন ৰাজহংসৰ এখিলা কোমল পাখিহে যি ঢৌৰ পকনিত পৰি কোনো দিশে গতি ল'ব পৰা নাই।

ইন'বাৰবাচ ঃ (এগ্ৰিপাক মনে মনে) চীজাৰে কন্দা-কটা কৰিব নেকি?

এগ্ৰিপা ঃ তেওঁৰ মুখমণ্ডল বাৰিষাৰ ডাৱৰেৰে পৰিপূৰ্ণ।

ইন'বাৰবাচ ঃ ঘোঁৰা হোৱা হ'লে এইটো কাৰণত মানুহে তেওঁক হেয় জ্ঞান কৰিলেহেঁতেন; কিন্তু পুৰুষ হৈ এনে কৰা অনুচিত।

এগ্ৰিপা ঃ (ইনবাৰবাচক মনে মনে) কিন্তু ইন'বাৰবাচ, জুলিয়াচ চীজাৰক মৃত দেখি এণ্টনিয়ে হুৰাওবাৰে কান্দিছিল।

ফিলিপিত ব্ৰুটাচৰ মৃত দেহৰ কাষতো তেওঁ কান্দোন দমাব পৰা নাছিল।

ইন'বাৰবাচ ঃ সেই বছৰত তেওঁৰ চকুত পানী ওলোৱা অসুখ হৈছিল। যাক তেওঁ নিজেই বিনাশ কৰিলেহেঁতেন সেইজনৰ মৃতদেহ দেখি তেওঁ কান্দিছিল। বিশ্বাস কৰা, ইন'বাৰবাচ! তেওঁৰ তেনে অৱস্থা দেখি মোৰো কান্দোন উঠিছিল।



চীজাৰ ঃ ওহোঁ, মোৰ অতি মৰমৰ অক্টেভিয়া! তুমি মোৰ খবৰ পায়ে থাকিবা। মই সকলো সময়তে তোমাৰ কথা মনত ৰাখিম।

এণ্টনি ঃ আহাঁ তেন্তে চীজাৰ;

তোমাৰ সতে মোৰ প্ৰেম-শক্তিৰ পৰীক্ষা হওক।

এয়া চোৱা, তুমি মোৰ দুবাহুৰ মাজত!

আৰু এয়া মুক্ত হ'লা;

গটালো তোমাক আমি দেৱসবৰ হাতত।

চীজাৰ ঃ বিদায়; তোমালোক যেন সুখী হোৱা!

লেপিদাচ ঃ আকাশৰ অসংখ্য তৰাই যেন অক্টেভিয়াৰ জীৱন-যাত্ৰা উজ্জ্বলাই তোলে, এয়ে কামনা।

চীজাৰ ঃ বিদায়, বিদায়!

(অক্টেভিয়াক চুমা খায়)

এণ্টনি ঃ বিদায়!

(ভেৰী বাদন; সকলোৱে প্ৰস্থান)

## দৃশ্য ৩

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ প্ৰাসাদ

(ক্লিঅ'পেট্ৰা, চাৰমিয়ান, ইৰাচ আৰু এলেক্সাচৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ মানুহজন ক'ত?

এলেক্সাচ ঃ আহিবলৈ ভয়েই কৰিছে।

ক্লিঅ'পেট্ৰা ঃ একেবাৰে অৰ্থহীন কথা। আঁহা, আগবাঢ়ি আঁহা।

(পূৰ্বৰ দৰেই দূতৰ প্ৰৱেশ)

এলেক্সাচ : মহাৰাণী, আপোনাক আনন্দমনা নেদেখিলে ৰজা হেৰদেও আপোনাৰ মুখলৈ চোৱাৰ সাহস নকৰে।

ক্লিঅ'পেট্ৰা : সেই হেৰদৰ মূৰ মই ছিঙিম। কিন্তু এণ্টনিয়েই যেতিয়া নাই কাৰ যোগেদি মই আদেশ জাৰি কৰিম? আঁহা, ওচৰলৈ আঁহা।

দূত : মহানুভৱা মহাৰাণী, কি আদেশ?

ক্লিঅ'পেট্ৰা : তুমি অক্টোভিয়াক দেখিছিলা?

দূত : হয়, মহাৰাণী!

ক্লিঅ'পেট্ৰা : ক'ত?

দূত : ৰোমত , মহিষী! তেওঁৰ ভাতৃ আৰু এণ্টনিৰ মাজত দেখিছিলোঁ।

ক্লিঅ'পেট্ৰা : তাই মোৰ সমান ওখনে?

দূত : নহয়, মহাৰাণী।

ক্লিঅ'পেট্ৰা : তাই কথা কোৱা শুনিছিলানে ? মাতটো ডাঙৰনে সৰু ?

দূত : হয়, মাতৃ! তেওঁ কথা কোৱা শুনিছিলো। তেওঁৰ মাতটো সৰু।

ক্লিঅ'পেট্ৰা : সেইটো সিমান ভাল নহয়,। তেওঁ তাইক বেছি দিন ভাল পাই থাকিব বুলি মনে নধৰে।

ছাৰমিয়ান : তেওঁ তাইক ভাল পোৱা কথা কৈছে? মই দেৱীৰ নামত শপত খাই কৈছোঁ এইটো অসম্ভৱ।

ক্লিঅ'পেট্ৰা : ময়ো সেই দৰেই ভাবোঁ, ছাৰমিয়ান! তাইৰ মাতটোও ভাল নহয় আৰু তাই চাপৰ। গম্ভীৰতা তুমি নিশ্চয় দেখিছা? কোৱাচোন তেওঁৰ খোজ-কাটলত কেনে ধৰণৰ গাম্ভীৰ্য আছে।

দূত : তেওঁ অশোভণ ধৰণে খোজ কাঢ়েঃ
তেওঁৰ গতি আৰু স্থিতিৰ মাজত প্ৰভেদ নোহোৱাৰ দৰে।



তেওঁক দেখিলে জীৱন্ত প্ৰাণীতকৈ প্ৰাণহীন দেহ অথবা মূৰ্তি যেনহে লাগে।

কিঅ'পেট্ৰা : সঁচাকৈয়ে কৈছানে?

দূত : যদি সঁচা নহয় তেন্তে মোৰ পৰ্যবেক্ষণ শক্তি নাই বুলিয়ে ক'ব লাগিব।

ছাৰমিয়ান : এওঁতকৈ শ্ৰেষ্ঠ পৰ্যবেক্ষক ইজিপ্তত আৰু তিনিজনো নোলাব।

ক্লিঅ'পেট্ৰা : মই ধৰিব পাৰিছোঁ এওঁ বেচ বুদ্ধিমান। এতিয়ালৈকে যি শুনিলো তাইৰ কোনো বিশষ গুণ নাই।
এই মানুহজনৰ বিচাৰ-বুদ্ধি ভালেই।

ছাৰমিয়ান : অতি ভাল।

ক্লিঅ'পেট্ৰা : বাৰু কোৱাচোন, তাইৰ বয়স কিমান?

দূত : মহিষী, তেওঁ বিধৱা—

ক্লিঅ'পেট্ৰা : বিধৱা? ছাৰমিয়ান, শুনিলানে?

দূত : আৰু মোৰ অনুমান মতে তেওঁৰ বয়স ডেৰ কুৰি হ'ব।

ক্লিঅ'পেট্ৰা : তাইৰ মুখৰ চেহেৰাটো মনত আছেনে? দীঘল মুখৰ নে গোল মুখৰ?

দূত : বেচ গোল মুখৰ।

ক্লিঅ'পেট্ৰা : এই ধৰণৰ বেছি ভাগ তিৰোতাই জধা মুৰ্খ হয়। তাইৰ চুলিৰ ৰং কেনে?

দূত : শাঁও বৰণীয়া, মাতৃ; আৰু তেওঁৰ কপালখনো বেচ তললৈ বৈ পৰা।

ক্লিঅ'পেট্ৰা : তুমি অনেক ধণ-সোণ পাবা। মোৰ পূৰ্বৰ কঠোৰ ব্যৱহাৰ ধৰি নাথাকিবা। তুমি কামৰ মানুহ; পুনৰ মোৰ কাম কৰিব লাগিব। যোৱা, যাত্ৰাৰ বাবে সাজু হোৱাগৈ; মোৰ পত্ৰ প্ৰস্তুত হৈয়ে আছে। (দূতৰ প্ৰস্থান)

ছাৰমিয়ান ঃ মানুহজন বেচ ভাল।

ক্লিঅ'পেট্ৰা ঃ সচাঁকৈয়ে ভাল মানুহ। আগতে এওঁক বেয়া ব্যৱহাৰ কৰাৰ বাবে মই অনুতপ্ত হৈছোঁ। শুনিলা নহয়! এওঁৰ মতে এই মানুহজনী একোৱেই নহয়।

ছাৰমিয়ান ঃ একোৱেই নহয়, মহাৰাণী!

ক্লিঅ'পেট্ৰা ঃ মানুহজনে নিশ্চয় গম্ভীৰতা প্ৰত্যক্ষ কৰিছে; সেয়ে তেওঁ ঠিকেই কোৱা যেন লাগিছে।

ছাৰমিয়ান ঃ নিশ্চয়, মাতৃ! নহ'লে যেন দেৱীয়ে ৰক্ষা কৰে! তাতে তেওঁ ইমান দিন আপোনাৰ কাম কৰি আহিছে।

ক্লিঅ'পেট্ৰা ঃ ছাৰমিয়ান! তেওঁক আৰু এটা কথা সুধিব লগা আছে। এতিয়া হ'ব বাৰু! মই চিঠি লিখা স্থানলৈ তেওঁক লৈ আহিবা। সকলো ঠিকেই হ'ব বুলি আশা কৰিছো।

ছাৰমিয়ান ঃ চিন্তা নকৰিব, মাতৃ! সকলো ভালেই হ'ব।

(প্ৰস্থান)

## দৃশ্য ৪

**এথেন্স ঃ এন্টনিৰ বাসভৱন**

(এন্টনি আৰু অক্টেভিয়াৰ প্ৰৱেশ)

এন্টনি ঃ নহয়, অক্টেভিয়া, কেৱল সেয়ে নহয়।

কেৱল সেইটোৱে হোৱা হ'লে তেনেকুৱা হাজাৰটা দোষো মই নধৰিলোহেতেন;

কিন্তু তেওঁ পম্পিৰ বিৰুদ্ধে পুনৰ যুদ্ধ ঘোষণা কৰিছে। মোৰ বিষয়েও ভালকৈ নকয় আৰু বাধ্যত পৰি ক'ব লগা হ'লেও তাত আন্তৰিকতা নাথাকে। তেওঁ মোক কোনো গুৰুত্বই নিদিয়ে; গুৰুত্ব দিয়াৰ সুবিধা পালেও গ্ৰহণ নকৰে, বা আন্তৰিকতা নেদেখুৱায়।



অক্টেভিয়া ঃ স্বামী, এই আটাইবোৰ কথা বিশ্বাস নকৰিব; বিশ্বাস কৰিলেও ধৰি নাথাকিব। আপোনালোক দুজনৰ মাজত বিভাজন হ'লে মোৰ দৰে হতভাগিনী আৰু কোনো নোলাব। মই যদি প্ৰাৰ্থনাত কওঁ 'মোৰ স্বামীক আশীৰ্ব্বাদ কৰক' তেন্তে দেৱতাসকলে হাঁহিব; আৰু যদি উচ্চ স্বৰে চিঞঁৰো 'ভাতৃক আশীৰ্ব্বাদ কৰক' তেন্তে দুয়োৰে বিজয় কামনা কৰি মোৰ প্ৰাৰ্থনা অথলে পঠোৱা হ'ব। এই দুই চূড়ান্ত অৱস্থাৰ মাজত মধ্যপন্থা একো নাই।

এন্টনি ঃ অক্টেভিয়া, যি তোমাৰ প্ৰেম ৰক্ষা কৰিবলৈ অহোপুৰ্ষাৰ্থ কৰে তুমিও যেন তেওঁকেই ভাল পোৱা। সন্মান হেৰুৱালে মোৰ নিজকে হেৰুওৱা যেন লাগে; আত্মসন্মানহীন হৈ তোমাৰ স্বামী হোৱাতকৈ নোহোৱাই ভাল।

কিন্তু তুমি বিচৰা মতে তুমিয়েই আমাৰ মধ্যস্থতাকাৰী হোৱা। ইতিমধ্যে মই যুদ্ধৰ বাবে প্ৰস্তুত হওঁ যাতে তোমাৰ ভাতৃৰ প্ৰস্তুতি ম্লান হয়।

তুমি যিমান পাৰা লৰালৰি কৰা। এই বিষয়ত তোমাৰ ইচ্ছাই সকলো।

অক্টেভিয়া ঃ ধন্যবাদ, স্বামী!

মই দুৰ্ব্বল, অতিকৈ।

আপোনালোকৰ মনোমালিন্য আঁতৰাবলৈ ভগৱানে যেন মোক শক্তি দিয়ে! আপোনালোক দুজনৰ মাজত যুদ্ধ হ'লে পৃথিৱীখন দ্বিখণ্ডিত হোৱা যেন হ'ব, যি বিভাজন হয়তো মৃত সৈনিকেহে নোহোৱা কৰিব পাৰে।

এন্টনি ঃ যিহেতু আমাৰ দুয়োজনৰে দোষ-দুৰ্বলতা সমান হ'ব নোৱাৰে তুমিও দুয়ো পক্ষক সমানে ভাল পাব নোৱাৰা। সেয়ে

যেতিয়া তুমি দেখিবা কোনে এই বিবাদ আৰম্ভ কৰিছে, তেওঁৰ প্ৰতিয়েই তোমাৰ .অসন্তুষ্টি প্ৰকাশ কৰিবা।

তুমি যাত্ৰাৰ বাবে প্ৰস্তুত হোৱা।

সংগী বাচি লোৱা আৰু কিমান ব্যয় হয় আদেশ কৰা।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ৫

**এথেন্স ঃ এণ্টনিৰ বাসভৱনৰ অন্য এটা খোঁটালি**

ইন'বাৰবাচ আৰু ইৰচৰ প্ৰৱেশ

ইন'বাৰবাচ ঃ বন্ধু ইৰচ, কোৱা খবৰ কেনে?

ইৰচ ঃ খবৰ ডাঙৰেই।

ইন'বাৰবাচ ঃ কেনেকুৱা?

ইৰচ ঃ চীজাৰ আৰু লেপিদাচে পম্পিৰ বিৰুদ্ধে যুদ্ধত নামিছে।

ইন'বাৰবাচ ঃ এইটোতো পুৰণা খবৰ। বাৰু ফলাফল কেনে?

ইৰচ ঃ লেপিদাচক পম্পিৰ বিৰুদ্ধে যুদ্ধত ব্যৱহাৰ কৰাৰ পাছত চীজাৰে এতিয়া তেওঁক সহযোগী হিচাপে অস্বীকাৰ কৰিছে ; আনকি যুদ্ধৰ বিজয় গৌৰৱৰ ভাগো তেওঁক দিব খোজা নাই। কিন্তু তেওঁ সিমানতে ক্ষান্ত নহৈ অভিযোগ আনিছে যে লেপিদাচে হেনো পূৰ্বে পম্পিলৈ কিবা পত্ৰ প্ৰেৰণ কৰিছিল আৰু নিজৰ এই অভিযোগৰ ভিত্তিত লেপিদাচক কৰায়ত্ত কৰিছে। গতিকে এতিয়া বেচেৰা তৃতীয় শাসক জনে মৃত্যুৰে মুক্তি নিদিয়া পৰ্যন্ত কাৰাগাৰতে দিন কটাব লাগিব।



ইন'বাৰবাচ ঃ তেন্তে হে ধৰিত্ৰী, তোমাৰ বুকুত দুপাৰি জোঙা দাঁতৰ বাহিৰে আন একো নাই; সিহঁতৰ মাজত তোমাৰ যিমান খাদ্য আছে ঢালি দিয়া; দেখিবা ইটোৱে সিটোক কামুৰি ছিৰাছিৰি কৰিছে। এণ্টনি ক'ত?

ইৰচ ঃ এতিয়া তেওঁ উদ্যানত ঘুৰি ফুৰিছে— এইদৰে— আৰু ভৰিৰে ঘাঁহ-বনবোৰ মহতিয়াই পেলাইছে। খঙত একো নাই হৈ চিৎকাৰ কৰিছে ; "লেপিদাচ, তুমি মূৰ্খ।"

ইন'বাৰবাচ ঃ আমাৰ বৃহৎ নৌ বাহিনী যাত্ৰাৰ বাবে প্ৰস্তুত হৈছে।

ইৰচ ঃ ইটালি আৰু চীজাৰৰ অভিমুখে। অ' দমিটিয়াচ, মোৰ প্ৰভুৱে তোমাক এতিয়াই বিচাৰিছে। মোৰ আনবোৰ খবৰ তোমাক ইয়াৰ পিছতহে ক'ব লাগিছিল।

ইন'বাৰবাচ ঃ একো কথা নাই। বাৰু যি হয় হ'ব। মোক এণ্টনিৰ কাষলৈ লৈ ব'লা।

ইৰচ ঃ ব'লা।

## দৃশ্য ৬

ৰোম ঃ চীজাৰৰ বাসভৱন

চীজাৰ, এগ্ৰিপা আৰু মীচেনাচৰ প্ৰৱেশ

চীজাৰ ঃ ৰোমক অৱমাননা কৰি আলেকজেন্দ্ৰিয়াত তেওঁ এইবোৰ আৰু কিবা কিবি কৰিছে। তাৰে কিছুমান এনে ধৰণৰ ঃ বজাৰৰ এখন মঞ্চত ক্লিঅ'পেট্ৰা আৰু তেওঁ জনতাৰ সম্মুখত সোণখটোৱা আসনত উপৱিষ্ট হয়। তেওঁলোকৰ ভৰিৰ কাষত বহে মোৰ পিতৃৰ নামেৰে নামাকৰণ কৰা পুত্ৰ

চীজাৰিয়ান আৰু তে ওঁলোকৰ কামাশক্তিয়ে জন্ম দিয়া অবৈধ শিশুবোৰ। ক্লিঅ'পেট্ৰাক সমগ্ৰ ইজিপ্ত প্ৰদান কৰি নামনি চিৰিয়া, চাইপ্ৰাচ আৰু লিদিয়াৰ একচ্ছত্ৰী ৰাণী বুলি ঘোষণা কৰা হৈছে।

মীচেনাচ : এইবোৰ তেওঁ ৰাজহুৱা ভাবেই কৰিছেনে?

চীজাৰ : মল্লবীৰসকলে অনুশীলনৰ বাবে ব্যৱহাৰ কৰা ৰাজহুৱা স্থানতে এইবোৰ কৰা হৈছে। তেওঁ পুত্ৰসবক ৰাজ ৰাজেস্বৰ বুলি ঘোষণা কৰিছে ঃ আলেকজেণ্ডাৰক দিছে মিদিয়া, পাৰ্থিয়া আৰু আৰ্মেনিয়া; টলেমিক প্ৰদান কৰিছে চিৰিয়া, চিলিচিয়া আৰু ফিনিচিয়া। সেই দিনা তাই দেৱী আইচিচৰ সাজত অৱতীৰ্ণ হৈছিল আৰু শুনিবলৈ পোৱা মতে ইয়াৰ পূৰ্বে প্ৰায়ে এই বেশতহে প্ৰজাৰ ওচৰ-আপত্তি শুনিছিল।

মীনাচ : এইবোৰ কথা ৰোমক জনোৱা হওক!

এগ্ৰিপা : ৰোমৰ অধিবাসীবৃন্দ তেওঁৰ অতপালিৰ দ্বাৰা ইতিমধ্যে ম্ৰিয়মান হৈছেই। গতিকে তেওঁলোকে এওঁৰ প্ৰতি ভাল ভাব ৰাখি থকাৰ আশা নাই।

চীজাৰ : সকলো মানুহে এই কথা জানেই আৰু তেওঁৰ অভিযোগবোৰো শুনিছে।

এগ্ৰিপা : তেওঁ কাক অভিযুক্ত কৰিছে?

চীজাৰ : চীজাৰক; আৰু কৈছে যে চেক্সটাচ পম্পিয়াচক লুট কৰাৰ পাছত আমি তেওঁক একো ভাগ দিয়া নাই। ইয়াৰ পিছৰ অভিযোগ হৈছে তেওঁ হেনো কিছুমান জাহাজ ধাৰলৈ দিছিল যিবোৰ মই তেওঁক ওভোতাই দিয়া নাই। একেবাৰে শেষৰ কথাটো হ'ল, লেপিদাচক শাসনচ্যুৎ কৰাৰ বাবে তেওঁ বেয়া পাইছে আৰু কৈছে এইটো কৰি আমি তেওঁৰ সকলো সা-সম্পত্তি আত্মসাৎ কৰিছোঁ।



এগ্ৰিপা : চীজাৰ, ইয়াৰ প্ৰত্যুত্তৰ দিয়া উচিত।

চীজাৰ : এইটো কৰা হৈছে আৰু আমাৰ দূত ইতিমধ্যে গৈছেই! মই তেওঁক জনাইছোঁ লেপিদাচ ইমানেই নিষ্ঠুৰ হৈ গৈছিল আৰু ইমানেই ক্ষমতাৰ অপপ্ৰয়োগ কৰিছিল যে এই অৱস্থা তেওঁৰ প্ৰাপ্য। মই যি জয় কৰিছোঁ তাৰ অংশ তেওঁ পাব ; কিন্তু তেওঁৰ আৰ্মেনিয়া আৰু অন্যান্য বিজিত ৰাজ্যৰ ময়ো একেদৰেই ভাগ পাব লাগিব।

মীচেনাচ : তেওঁ ইমানখিনি কৰিব বুলি মোৰ মনে নধৰে।

চীজাৰ : তেতিয়া হ'লে আমাৰ পৰাও তেওঁ একো নাপায়।

(অনুচৰবৰ্গৰ সৈতে অক্টেভিয়াৰ প্ৰবেশ)

অক্টোভিয়া : চীজাৰ আৰু মোৰ বন্ধুসকল, সম্ভাষণ গ্ৰহণ কৰিব।

চীজাৰ : তোমাক পৰিত্যক্তা বুলি ক'ব লগা হোৱাটো ভাবিব নোৱাৰা কথা।

অক্টেভিয়া : তুমি মোক তেনেকৈ কোৱা নাই বা কোৱাৰ কোনো কাৰণো নাই।

চীজাৰ : তুমি কিয় ইমান গোপনে আহিছা? চীজাৰৰ ভগ্নী এনেদৰে নাহে। এণ্টনিৰ পত্নীৰ আগমনৰ কথা এদল ঘোষকে ঘোষণা কৰা উচিত। আৰু তেওঁ উপস্থিত হোৱা পূৰ্বে কোলাহল শুনিব লাগে। তোমাৰ পথৰ গছ-গছনিও মানুহেৰে ভৰি পৰিব লাগিছিল আৰু তোমাৰ দৰ্শন প্ৰাৰ্থীসকলে তোমাক দেখা নাপাই অজ্ঞান হৈ পৰি যাব লাগিছিল।

কেৱল এয়ে নহয়, তোমাৰ অসংখ্য সেনাৰ আগমনে আকাশ ধূলিৰে ধুসৰিত কৰিব লাগিছিল। কিন্তু তুমি আহিছা বজাৰৰ এজনী ছোৱালীৰ দৰে। সেয়ে আমাৰ ভাতৃ-প্ৰেম প্ৰদৰ্শন কৰাৰ সুযোগ নাপালো। প্ৰদৰ্শিত নোহোৱা প্ৰেম অনুপস্থিত

বুলি ভবা হয়। জলপথ, স্থলপথ– উভয়তে আমি তোমাক বিপুল স্বাগতম জনাব পাৰিব লাগিছিল।

অক্টেভিয়া ঃ মহাৰাজ!

এইদৰে আহিবলৈ কোনেও মোক বাধ্য কৰোৱা নাই; নিজৰ ইচ্ছানুযায়ীহে আহিছো।

তুমি যুদ্ধ প্ৰস্তুতি চলোৱাৰ কথা মোৰ স্বামী এণ্টনিয়ে মোক ক'লে। সেয়ে অনুমতি সাপেক্ষে মই আহিছোঁ।

চীজাৰ ঃ তেওঁৰ কামাশক্তিৰ পথ তুমি বাধা হোৱাৰ বাবেহে তেওঁ এই অনুমতি তৎকালে প্ৰদান কৰিলে।

অক্টেভিয়া ঃ তেনেকৈ নক'ব, মহাৰাজ!

চীজাৰ ঃ মই তেওঁৰ ওপৰত চকু দি আছোঁ, আৰু তেওঁৰ সকলো খবৰ মোৰ ওচৰলৈ বতাহ অহাদি আহে।

তেওঁ এতিয়া ক'ত?

অক্টেভিয়া ঃ এথেন্সত।

চীজাৰ ঃ নহয়, মোৰ হতভাগিনী ভগ্নী! ক্লিঅ'পেট্ৰাই তেওঁক লৈ গ'ল। তেওঁ এজনী বেশ্যাক সাম্ৰাজ্য প্ৰদান কৰিছে আৰু তাই এতিয়া বিশ্বৰ ৰজাবোৰক একত্ৰিত কৰিছে যুদ্ধৰ বাবে। লিবিয়াৰ ৰজা ব'কাচ, আৰ্কিলাচৰ কাপাদাচিয়া, পেফ্লাগনিয়াৰ ফিলাদেলফ'চ, থ্ৰেচিয়াৰ এদালাচ, আৰবৰ মেনকাচ, ৰজা পণ্ট, ইহুদীৰাজ হেৰদ, ৰজা মিথ্ৰিদেটিচ্ , মিদিয়া আৰু লিকনিয়াৰ পলিমন আৰু এমিটাচ আৰু আন অনেক ৰজাক তাই গোট খুৱাইছে।

অক্টেভিয়া ঃ মই সঁচাকৈয়ে হতভাগিনী! দুজন বৈৰীভাবাপন্ন বন্ধুৰ মাজত মোৰ হৃদয় বিদীৰ্ণ।



চীজাৰ ঃ তোমাক স্বাগতম, অক্টেভিয়া!

তোমাৰ পত্ৰবোৰেহে মোৰ ক্ৰোধ দমাই ৰাখিছিল ; কিন্তু এতিয়া দেখিছোঁ তেওঁ তোমাকো বিপথে পৰিচালিত কৰিছে আৰু মোৰ অৱহেলাৰ বাবেও বিপদ আহিছে।

এতিয়া আনন্দ কৰা আৰু মনত বল বান্ধা; তোমাৰ সুখ নষ্ট কৰা কথাবোৰ ভাবি দুখ নকৰিবা।

যি হ'ব লগা আছে হৈ থাকক।

তোমাক ৰোমলৈ আদৰণি জনাইছোঁ ;

তোমাতকৈ মৰমৰ মোৰ আৰু কোনো নাই।

তোমাক যি ধৰণে অন্যায় কৰা হৈছে সেয়া কল্পনাৰো অতীত।

সেয়ে দেৱতাসকলে বিচাৰিছে মই আৰু যিসকলে তোমাক ভাল পায় তেওঁলোকে তোমাক ন্যায় প্ৰদান কৰক।

প্ৰফুল্লিত হোৱা; তুমিয়েই মোৰ পৰম সান্ত্বনা।

তোমালৈ চিৰকাল স্বাগতম।

এগ্ৰিপা ঃ স্বাগতম।

মীচেনাচ ঃ স্বাগতম;

ৰোমৰ সকলোৱে আপোনাক সাদৰ কৰে আৰু সকলো আপোনাৰ প্ৰতি সহানুভুতিশীল। মাত্ৰ ব্যভিচাৰী আৰু দুষ্কৰ্মা এণ্টনিয়েহে আপোনাক ঘূৰাই পঠাব পাৰে;

যি জন এণ্টনিয়ে তেওঁৰ বিপুল ক্ষমতা প্ৰদান কৰিছে এজনী গণিকাৰ হাতত। আৰু তাই এতিয়া আমাৰ বিৰুদ্ধে হুলস্থূল লগাইছে।

অক্টেভিয়া ঃ এই কথা সচাঁনে, দাদা?

চীজাৰ : সম্পূৰ্ণ সঁচা।
আঁহা, তোমালৈ আকৌ এবাৰ আদৰণি।
তুমি মোৰ অতি মৰমৰ ভগ্নী;
কাবৌ কৰিছো, ধৈৰ্য ধৰা।
(সকলোৰে প্ৰস্থান)

## দৃশ্য ৭

এক্টিয়াম : এণ্টনিৰ শিবিৰ
ক্লিঅ'পেট্ৰা আৰু ইন'বাৰবাচৰ প্ৰৱেশ

ক্লিঅ'পেট্ৰা : মই তোমাৰ সৈতে একে শাৰীতে থাকিম; এই বিষয়ে কোনো সন্দেহ নকৰিবা।

ইন'বাৰবাচ : কিন্তু কিয়? কিয়? কিয়?

ক্লিঅ'পেট্ৰা : তুমি মই যুদ্ধলৈ যোৱাৰ বিৰোধিতা কৰিছা আৰু কৈছা যে মই যোৱাটো ভাল নহ'ব।

ইন'বাৰবাচ : হয় কৈছোঁ। আপুনি যোৱাটো ভাল হ'ব জানো?

ক্লিঅ'পেট্ৰা : ধৰি ল'লো যুদ্ধখন মোৰ বিৰুদ্ধে ঘোষণা কৰা হোৱা নাই, তেতিয়াও মই সোঁশৰীৰে যোৱাটো উচিত নহ'ব কিয়?

ইন'বাৰবাচ : (নিজকে কোৱাৰ দৰে) মই অৱশ্যে এইদৰে ক'ব পাৰিলোহেঁতেন : আমি যদি মতা ঘোঁৰা আৰু মাইকী ঘোঁৰা একে লগে লৈ যুঁদ্ধ কৰোঁ তেন্তে মতাবোৰ অকামিলা হৈ পৰিব আৰু মাইকীবোৰে সেনা আৰু মতা ঘোঁৰা উভয়কে পিঠিত কঢ়িয়াব লাগিব।



ক্লিঅ'পেট্ৰা : তুমি কি কৈছা?

ইন'বাৰবাচ : আপোনাৰ উপস্থিতিয়ে এণ্টনিক দোমোজাত পেলাব পাৰে ; তেওঁৰ ভাব, অনুভূতি আৰু চিন্তাতো ই প্ৰভাব পেলাব। তেতিয়া আৰু একোৱেই বাকী নাথাকিব। লঘু ব্যৱহাৰৰ বাবে তেওঁ ইতিমধ্যে নিন্দিত হৈছেই আৰু ৰোমত মানুহে এই বুলি কোৱাকুই কৰিছে যে ফটিনাচ, এজন নপুংসক আৰু আপোনাৰ লিগিৰীবিলাকেহে এই যুদ্ধ চলাইছে।

ক্লিঅ'পেট্ৰা : ৰোম ৰসাতলে যক আৰু মোৰ বিৰুদ্ধে ৰতনা কৰা সেই মানুহবোৰৰ জিভাবোৰ ছিগি পৰক! যুদ্ধৰ খৰছ ময়ো বহন কৰিছোঁ আৰু মোৰ ৰাজ্যৰ মুৰব্বী হিচাপে পুৰুষৰ দৰে মইও যুদ্ধ ক্ষেত্ৰত অৱতীৰ্ণ হ'ম।
ইয়াৰ বিৰুদ্ধাচৰণ নকৰিবা। মই নোযোৱাকৈ নাথাকো।
(এণ্টনি আৰু কেনিদিয়াচৰ প্ৰৱেশ)

ইন'বাৰবাচ : মই ক'বলগীয়াখিনি ক'লো।
এয়া, সম্ৰাট আহিছে।

এণ্টনি : কেনিদিয়াচ, টাৰেনটাম্ আৰু ব্ৰান্দেচিয়ামৰ পৰা আয়নিয়ান সাগৰ পাৰ হৈ তেওঁ টৰিন দখল কৰিছে। কথাটো আচৰিত নহয়নে বাৰু? প্ৰিয়তমা, তুমি এই খবৰ পাইছানে?

ক্লিঅ'পেট্ৰা : কামত অৱহেলা কৰা সকলেহে ক্ষিপ্ৰ ভাৱে হোৱা কামক প্ৰশংসা কৰে।

এণ্টনি : সুন্দৰ তিৰস্কাৰ!
কৰ্তব্যত অমনোযোগী হ'লে শ্ৰেষ্ঠ জনেও এনে তিৰস্কাৰ পাবৰ যোগ্য।
কেনিদিয়াচ, আমি তেওঁৰ সৈতে সমুদ্ৰ যুদ্ধ কৰিম।

ক্লিঅ'পেট্ৰা : সমুদ্ৰ যুদ্ধ? আৰু বা কি?

কেনিদিয়াচ ঃ মোৰ প্ৰভুৱে এয়া কি কৰিব খুজিছে?

এণ্টনি ঃ কাৰণ তেওঁ প্ৰত্যাহ্বান জনাইছে।

ইন'বাৰবাচ ঃ মোৰ প্ৰভুৱেও তেওঁক একক যুদ্ধলৈ আহ্বান জনাইছিল।

কেনিদিয়াচ ঃ আৰু এইখন ৰণ ফাৰ্চেলিয়াতে হ'ব লগা আছিল য'ত চীজাৰে পম্পিৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। কিন্তু তেওঁ সুবিধাজনক নেদেখি এই প্ৰত্যাহ্বান গ্ৰহণ নকৰিলে। আপুনিও তেওঁৰ প্ৰত্যাহ্বান গ্ৰহণ কৰা উচিত নহয়।

ইন'বাৰবাচ ঃ আপোনাৰ যুদ্ধ জাহাজত থকা মানুহখিনি উপযুক্ত যোদ্ধা নহয়। তেওঁলোক বাধ্যত পৰি সৈন্য দলত ভৰ্তি হোৱা লোকঃ খছুছুৰ ৰখীয়া; কৃষক ইত্যাদি।

কিন্তু চীজাৰৰ বাহিনীত পম্পিৰ বিৰুদ্ধে যুঁজ কৰা সেনা আছে; তেওঁলোকৰ জাহাজবোৰো পাতলীয়া; আপোনাৰবোৰ গধুৰ।

আপুনি যিহেতু স্থল যুদ্ধৰ বাবে প্ৰস্তুতি চলাইছে সেয়ে সমুদ্ৰত ৰণ কৰিবলৈ সন্মত নহ'লেও আপোনাৰ কোনো গ্লানি নহয়।

এণ্টনি ঃ যুদ্ধ সমুদ্ৰতহে হ'ব; সমুদ্ৰত।

ইন'বাৰবাচ ঃ মহাৰাজ, তেনে কৰিলে স্থল যুদ্ধত থকা আপোনাৰ অসামান্য সামৰিক অভিজ্ঞতা দলিয়াই পেলোৱাহে হ'ব। আপোনাৰ পদাতিক বাহিনী পাকৈত যোদ্ধাৰে গঠিত ; কিন্তু এইটো হ'লে তেওঁলোক দোমোজাত পৰিব আৰু আপোনাৰ সামৰিক জ্ঞানো অথলে যাব। তদুপৰি জলযুদ্ধই সুনিশ্চিত সফলতাৰ পৰিৱৰ্তে ভাগ্যৰ ওপৰতহে আপোনাক নিৰ্ভৰশীল কৰাব।

এণ্টনি ঃ মই সমুদ্ৰতহে যুদ্ধ কৰিম।

ক্লিঅ'পেট্ৰা ঃ মোৰ তিনি কুৰিখন যুদ্ধ জাহাজ আছে; চীজাৰৰ ইয়াতকৈ বেছি নিশ্চয় নাই।



এণ্টনি ঃ আমাৰ অতিৰিক্ত জাহাজবোৰ পুৰি পেলাই বাকীবোৰ উপযুক্ত যোদ্ধাৰে সুসজ্জিত কৰি ল'ম আৰু এক্টিয়ামৰ মূল ভূমিৰপৰা আগবাঢ়ি অহা চীজাৰক খেদাই পঠাম। কিন্তু সাগৰত যদি আমি সফল নহওঁ তেন্তে স্থল যুদ্ধত সফল হ'মেই।

(দূতৰ প্ৰৱেশ)

কি কামত আহিলা?

দূত ঃ মহাৰাজ, খবৰটো সত্য;

চীজাৰক দেখা গৈছে আৰু তেওঁ ট'ৰিন অধিকাৰ কৰিছে।

এণ্টনি ঃ তেওঁ কেনেকৈ তাত সোঁশৰীৰে থাকিব পাৰে? এইটো অসম্ভৱ কথা, আৰু যদি সত্য হয় তেওঁৰ সৈন্যবহিনীক আশ্চৰ্যজনক বুলিব লাগিব। কেনিদিয়াচ, আমাৰ ঊনৈছটা পদাতিক বাহিনী আৰু বাৰ হাজাৰ অশ্বাৰোহীৰ দায়িত্ব তোমাক দিলো। আমি এতিয়া জাহাজলৈ যাত্ৰা কৰিম। ব'লা, মোৰ জলকুঁৱৰী।

(এজন সৈনিকৰ প্ৰৱেশ)

সৈনিক কোৱা, খবৰ কেনেকুৱা?

সৈনিক ঃ মহাৰাজ, সাগৰত যুদ্ধ নকৰিব;

পচা আৰু ফুটা জাহাজবোৰৰ ওপৰত নিৰ্ভৰ নকৰাই ভাল। মোৰ এই তৰোৱাল আৰু আঘাতৰ দাগবোৰক অবিশ্বাস কৰে নেকি?

মিচৰীয় আৰু ফিনিশ্যীয়সকলক পানীলৈ যাবলৈ দিয়ক ; আমি মাটিত আৰু মুখামুখিকৈ যুঁজ কৰাতহে অভ্যস্ত।

এণ্টনি ঃ হ'ব, হ'ব, ব'লা!

(এণ্টনি, ক্লিঅ'পেট্ৰা আৰু ইন'বাৰবাচৰ প্ৰস্থান)

সৈনিক ঃ হাৰক্যিউলিচৰ নামত শপত খাই ক'ব পাৰোঁ মই ঠিক কথাই কৈছোঁ।

কেনিদিয়াচ ঃ সৈনিক, তুমি যি কৈছা ঠিকেই কৈছা। কিন্তু তেওঁৰ প্ৰকৃত শক্তি ক'ত সেইটো বিবেচনা কৰি তেওঁ কাম কৰা নাই। এতিয়া আমাৰ নেতা আনৰ দ্বাৰা পৰিচালিত আৰু আমি হৈছো নাৰীৰ আজ্ঞাৱহ।

সৈনিক ঃ সমস্ত পদাতিক বাহিনী আৰু অশ্বাৰোহী আপোনাৰ দায়িত্বত , নহয় জানো?

কেনিদিয়াচ ঃ মাৰ্কাচ অক্টেভিয়াচ, মাৰ্কাচ জাষ্টিয়াচ, পাব্লিক'লা আৰু চীলিয়াচে সাগৰত যুঁজ কৰিব; আমি স্থল বাহিনীৰে যুঁজিম। চীজাৰৰ এই গতিবেগ বিশ্বাসৰো অতীত।

সৈনিক ঃ ৰোমত থাকোতে তেওঁৰ সৈন্যসকল এনে দৰে বিভিন্ন দিশেদি ভাগ ভাগ হৈ গ'ল যে কোনো চোৰাংচোৰায়ে একো তৎ ধৰিব নোৱাৰিলে।

কেনিদিয়াচ ঃ তেওঁৰ সেনাপতি কোন কিবা শুনিছানে?

সৈনিক ঃ ট'ৰাচ নামৰ এজন বুলি কোৱা-কুই কৰা শুনিছোঁ।

কেনিদিয়াচ ঃ অ, মই সেই মানুহজনক চিনি পাওঁ।

(দূতৰ প্ৰৱেশ)

দূত ঃ সম্ৰাটে কেনিদিয়াচক মাতিছে।

কেনিদিয়াচ ঃ সময় এতিয়া বাতৰিৰে পৰিপূৰ্ণ, আৰু প্ৰতি মহূৰ্ততে নতুন নতুন খবৰ ওলাই থাকিব।

(সকলোৰে প্ৰস্থান)



## দৃশ্য ৮

এক্টিয়ামৰ কাষত

সৈন্যবাহিনীৰ সৈতে সদলবলে চীজাৰৰ প্ৰৱেশ

চীজাৰ ঃ টৌৰাচ!

টৌৰাচ ঃ মহাৰাজ?

চীজাৰ ঃ স্থল যুদ্ধ কৰিব নালাগে। তোমাৰ সৈন্যবাহিনী একত্ৰিত কৰি ৰাখিবা আৰু আমাৰ জল যুঁজ শেষ নোহোৱা পৰ্যন্ত যুদ্ধৰ আহ্বান নিদিবা। এই পত্ৰত লিখা নিৰ্দেশ অতিক্ৰম নকৰিবা। এই প্ৰচেষ্টাৰ ওপৰতে আমাৰ ভাগ্য নিৰ্ভৰ কৰিছে।

(প্ৰস্থান)

## দৃশ্য ৯

এণ্টনি আৰু ইন'বাৰবাচৰ প্ৰৱেশ

এণ্টনি ঃ সৌ পাহাৰৰ সিকাষে চীজাৰৰ সৈন্যবাহিনী দেখা পোৱাকৈ আমি আমাৰ সৈন্য দলৰ স্থিতি লোৱাম। তাৰপৰা আমি জাহাজৰ সংখ্যা নিৰ্ণয় কৰিব পাৰিম আৰু সেই মতে আগবাঢ়িম।

(প্ৰস্থান)

## দৃশ্য ১০

কেনিদিয়াচে তেওঁৰ সৈন্য বাহিনীৰ সৈতে কুচকাৱাজ কৰি মঞ্চ পাৰ হয় আৰু টৌৰাচে চীজাৰৰ বাহিনী সহ অন্য ফালেদি সদলবলে আগবাঢ়ে। সাগৰত যুদ্ধ হোৱাৰ শব্দ শুনা যায়। বিপদ সংকেত।

(ইন'বাৰবাচৰ প্ৰৱেশ)

ইন'বাৰবাচ ঃ শেষ, শেষ, সকলো শেষ। মই আৰু একো চাই থাকিব নোৱাৰো। ইজিপ্তৰ নৌ সেনাপতি থকা প্ৰধান যুদ্ধজাহাজ এণ্টনিয়াদে তিনি কুৰি জাহাজৰ সৈতে পলায়ন কৰিছে। এইবোৰ দেখি মোৰ চকু চাট মাৰিছে।

(স্কেৰাচৰ প্ৰৱেশ)

স্কেৰাচ ঃ হে দেৱ-দেৱীসকল! তেওঁলোক যেন বিচাৰ কক্ষতহে বহিছে!

ইন'বাৰবাচ ঃ ইমান আবেগিক হৈছা কিয়?

স্কেৰাচ ঃ মুৰ্খামিৰ বাবেই বিশ্বৰ বৃহৎ অংশ হেৰুৱাব লগা হৈছে। আমি যেন চুম্বনেৰে ৰাজ্য উৰুৱাই দিছোঁ।

ইন'বাৰবাচ ঃ যুদ্ধ কেনে চলিছে?

স্কেৰাচ ঃ আমাৰ পক্ষৰ বাবে যুঁজখন মহামাৰীৰ লেখীয়াহে হৈছে, কাৰণ মৃত্যু নিশ্চিত। যেতিয়া দুয়ো পক্ষই সমানে যুঁজ কৰি আছিল আৰু মাজে মাজে আমাৰ পক্ষ আগবঢ়া সত্বেও ইজিপ্তৰ সেই চঞ্চলা মহিলাগৰাকীয়ে পাল মেলি পলায়ন কৰিলে।

ইন'বাৰবাচ ঃ সেইটো মই দেখিছিলোঁ ঃ সেই দৃশ্য দেখি মোৰ চকুত চলিহা পৰাৰ দৰে হ'ল আৰু মই চাই থাকিব নোৱাৰিলো।

স্কেৰাচ ঃ তেওঁ আঁতৰি যোৱা দেখি বিমোহিত এণ্টনিয়ে যুদ্ধৰ মাজতে কামাতুৰ ৰাজহংসৰ লেখীয়াকৈ তেওঁৰ পিছে পিছে জাহাজ এৰি দিয়ে। মই এনে ধৰণৰ লজ্জাজনক দৃশ্য ইয়াৰ পূৰ্বে দেখা নাই। অভিজ্ঞতা, পুৰুষত্ব, আত্মসন্মান--- এইবোৰ ইয়াৰ আগতে কেতিয়াও এইদৰে জলাঞ্জলি দিয়া হোৱা নাছিল।

ইন'বাৰবাচ ঃ এইটো বৰ দুখৰ কথা!

(কেনিদিয়াচৰ প্ৰৱেশ)



কেনিদিয়াচ ঃ সাগৰত আমাৰ ভাগ্য শেষ হৈ আহিছে। আমাৰ সেনাধ্যক্ষই যদি তেওঁৰ যোগ্য কাম কৰিলেহেঁতেন তেন্তে সকলো ঠিকেই হ'লহেঁতেন। এতিয়া তেওঁ নিজে পলায়ন কৰি আমাকো পলোৱাৰ বাট দেখুৱালে।

ইন'বাৰবাচ ঃ কি, তুমি তেনে ধৰণে ভাবা নেকি?
সেয়ে হ'লে ইমানতে সকলো শেষ।

কেনিদিয়াচ ঃ তেওঁলোক পেলপ'নেচাচৰ ফালে পলায়ন কৰিছে।

স্কেৰাচ ঃ তালৈ যোৱাটো সহজ, আৰু ইয়াৰ পিছতনো কি হয় সেইটো লক্ষ্য কৰিমগৈ।

মোৰ পদাতিক আৰু অশ্বাৰোহী বাহিনীসহ চীজাৰৰ ওচৰত আত্মসমৰ্পণ কৰিম। ছজন ৰজাই ইতিমধ্যে মোক এই পথ দেখুৱাইছে।

ইন'বাৰবাচ ঃ যুক্তিহীন কথা বুলি জানো যদিও মই এণ্টনিৰ হতভাগ্যকে অনুসৰণ কৰিম। (সকলোৱে প্ৰস্থান)

## দৃশ্য ১১

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ ৰাজপ্ৰাসাদ

সংগীসকলৰ সৈতে এণ্টনিৰ প্ৰৱেশ

এণ্টনি ঃ শুনা হক সকলোৱে, মই আৰু আগ নাবাঢ়োঁ;
মোক লৈ যেন ধৰিত্ৰীও লজ্জিতা।
বন্ধুসকল, এই ফালে আঁহা।
মই সংসাৰৰ অন্ধকাৰত এইদৰে সোমালো যে এতিয়া পথ বিচাৰি পোৱা নাই।

মোৰ এখন জাহাজ সোণেৰে পূৰ্ণ হৈ আছে;
সেইবোৰ তোমালোকে ভগাই লোৱা।
এতিয়া পলোৱা আৰু চীজাৰৰ সৈতে মিত্ৰতা কৰা।

সকলোৱে ঃ পলাম? আমি তেনে কাম কেতিয়া নকৰোঁ।

এন্টনি ঃ মই নিজে পলায়ন কৰি কাপুৰুষৰ দৰে দেখুৱালো কেনেকৈ শত্ৰুলৈ পিঠি দিব লাগে।
বন্ধুসকল, মই কৈছোঁ, ইয়াৰ পৰা আঁতৰা।
মই নিজে এটা পথ বাচি লৈছো য'ত তোমালোকৰ প্ৰয়োজন নাই।
যোৱা, আৰু বন্দৰত থোৱা মোৰ ধন-সোণবোৰ লোৱাগৈ।
আহ, মই যি কৰিলো তাৰ বাবে লজ্জিত।
মোৰ চুলিয়েও যেন মোৰ বিৰুদ্ধে থিয় দিছে ঃ
বগাবোৰে ক'লাবোৰক বিদ্ৰূপ কৰিছে উদ্ধতালিৰ বাবে, আৰু
এইবোৰে সিবোৰক হাঁহিছে ভয় আৰু আসক্তিৰ হেতু।
বন্ধুসকল, যোৱা।
মই বন্ধুবৰ্গলৈ পত্ৰ লিখিম যাতে তোমালোকৰ পথ সুগম কৰে।
মোৰ অনুৰোধ ঃ বেজাৰ নকৰিবা অথবা অনিচ্ছাও নেদেখুৱাবা।
মোৰ হতাশাৰ ইংগিত বুজিবলৈ চেষ্টা কৰা।
যিজনে নিজকে ত্যাগ কৰিব খুজিছে তেওঁক ত্যাগ কৰাই ভাল। তোমালোক পোনে পোনে সাগৰৰ কাষলৈ যোৱা;
মই তোমালোকক সেই জাহাজ আৰু ধন-ৰত্ন চমজাই দিম।
কাবৌ কৰিছোঁ, মোক কিছু পৰ অকলশৰে থাকিবলৈ দিয়া।
তোমালোকক আদেশ দিয়াৰ অধিকাৰ আৰু মোৰ নাই।



মই তোমালোকৰ লগ হ'মগৈ।
(এন্টনি বহি পৰে; সংগীসকলৰ প্ৰস্থান)
(ছাৰমিয়ান। ইৰাচ আৰু ইৰচৰ সৈতে ক্লিঅ'পেট্ৰাৰ প্ৰৱেশ)

ইৰচ ঃ নহয় মহিষী, তেওঁৰ কাষলৈ গৈ সান্ত্বনা দিয়ক।

ইৰাচ ঃ হয় মহাৰাণী, যাওক তেওঁৰ কাষলৈ।

ছাৰমিয়ান ঃ তেওঁৰ কাষলৈ যাব লাগে? কিয়? আৰু কি কৰিব লাগে?

ক্লিঅ'পেট্ৰা ঃ মোক অলপ বহিবলৈ দিয়া।
হে মহাদেৱী জুনৌ!

এন্টনি ঃ নহয়, নহয়, নহয়, নহয়, নহয়!

ইৰচ ঃ এয়া কোন দেখিছেনে? মহাৰাজ?

এন্টনি ঃ ছিঃ ছিঃ ছিঃ!

ছাৰমিয়ান ঃ মহাৰাণী!

ইৰাচ ঃ মাতৃ, সম্ৰাজ্ঞী!

ইৰচ ঃ মহাৰাজ, মহাৰাজ!

এন্টনি ঃ হয়, মোৰ প্ৰভু, হয়।
ফিলিপিত মই যেতিয়া কেচিয়াচক আঘাত কৰিছিলো তেওঁ তৰোৱাল খোলাই নাছিল; আৰু ব্ৰুটাচকো ময়েই বিনাশ কৰিছিলোঁ। তেওঁ কোনো ৰণ কৌশলৰো অনুশীলন কৰা নাছিল আৰু কেৱল নিজৰ অধীনস্থ বিষয়াসকলৰ ওপৰতহে নিৰ্ভৰ কৰিছিল। আৰু এতিয়া—বাৰু, সেইবোৰ যি হ'বৰ হ'ল।

ক্লিঅ'পেট্ৰা ঃ আঃ, মোৰ কাষত থাকা।

ইৰচ ঃ মহাৰাণীলৈ চাওক, মোৰ প্ৰভু! মহাৰাণীলৈ চাওক।

ইৰাচ ঃ মাতৃ, তেওঁৰ কাষলৈ গৈ কিবা এটা কওকগৈ। তেওঁ লজ্জাত আত্মবিস্মিত হৈ পৰিছে।

ক্লিঅ'পেট্রা ঃ ঠিক আছে বাৰু! মোক কিন্তু তোমালোকে ধৰি থাকিব লাগিব। আস্!

ইৰচ ঃ মহাৰাজ, উঠক। মহাৰাণী আপোনাৰ কাষলৈ আহিছে। তেওঁ তলমূৰ কৰি আছে আৰু আপুনি সান্ত্বনা নিদিলে তেওঁ জীয়াই থকাই টান হ'ব।

এণ্টনি ঃ মই মোৰ সুনামত কালিমা সানিলো। ই অত্যন্ত অমাৰ্জনীয়।

ইৰচ ঃ মহাৰাজ, এইয়া মহাৰাণী আহিছে।

এণ্টনি ঃ হে ইজিপ্তৰ মহাৰাণী, তুমি মোক কোন খিনি পোৱালাহি?

চোৱা, কেনেকৈ মই লজ্জাত তোমাৰপৰা

মুখ লুকুৱাইছোঁ আৰু এৰি থৈ অহা

ধ্বংস স্তূপৰ ফালেহে উভতি চাইছোঁ।

ক্লিঅ'পেট্রা ঃ মই ভয় বিহ্বলা হৈ আঁতৰি অহাৰ বাবে ক্ষমা কৰিব। আপুনিও মোক অনুসৰণ কৰিব বুলি মই ভবাই নাছিলো।

এণ্টনি ঃ ইজিপ্তৰ মহাৰাণী, তুমি ভালকৈ জানা মোৰ হৃদয় তোমাৰ সৈতে গ্ৰথিত আৰু সেয়ে তুমি মোক টানিব পাৰা। তুমি জানা মোৰ শক্তিৰ ওপৰত তোমাৰ অসীম প্ৰভাৱ আৰু তোমাৰ এটা সামান্য ইংগিতেই মোক দৈৱ আদেশো অমান্য কৰিবলৈ বাধ্য কৰাব পাৰে।

ক্লিঅ'পেট্রা ঃ মোক ক্ষমা কৰক।

এণ্টনি ঃ এতিয়া মই সেই যুৱকলৈ শান্তিৰ প্ৰস্তাৱ পঠাব লাগিব, আৰু যি এসময়ত অৰ্ধ বিশ্বৰ গৰাকীৰূপে ভাগ্যৰ সৈতে খেলা কৰিছিল তেওঁ এতিয়া হীনপদস্থ হৈ ফাকি-ফুকা কৰি চলিব লাগিব।

তুমি জানা মোৰ মন তুমি জয় কৰিছিলা আৰু প্ৰেমে দুৰ্বল



কৰা মোৰ এই তৰোৱালে কোনো কাৰণতেই তোমাক অমান্য নকৰে।

ক্লিঅ'পেট্রা ঃ ক্ষমা কৰিব, ক্ষমা!

এণ্টনি ঃ এতিয়া চকুলো নুটুকিবা। যি পালো, কৰিলো আৰু হেৰুৱালো তাৰ মূল্য হ'ব তোমাৰ এটোপা চকুপানীৰ সমান। মাত্ৰ এটা চুম্বন দিয়া , সেয়ে হ'ব ঋণ পৰিশোধ। গৃহশিক্ষকজনক পঠাইছিলো; তেওঁ উভতি আহিলনে?

প্ৰিয়ে! মোৰ মন ভাগি পৰিছে; অলপ সুৰা আৰু খাদ্যৰ ব্যৱস্থা কৰা।

ভাগ্যদেৱীয়ে জানে তেওঁৰ আঘাত পালে আমিও তেওঁক অৱজ্ঞা কৰোঁ।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ১২

### ইজিপ্ত ঃ চীজাৰৰ শিবিৰ

(চীজাৰ, এগ্ৰিপা, দলাবেলা আৰু থিদিয়াচৰ প্ৰৱেশ)

লগত অন্যান্যসকল

চীজাৰ ঃ এণ্টনিৰ দূতজনক ইয়ালৈ আহিবলৈ কোৱা। তুমি তেওঁক চিনি পোৱা?

দলাবেলা ঃ হয় চীজাৰ, এওঁ তেওঁৰ গৃহশিক্ষক।

যি এসময়ত দূত ৰূপে পৰাজিত নৃপতিক পঠাইছিল তেওঁ এতিয়া প্ৰেৰণ কৰিছে এনে এজন সামান্য অনুগামীক।

এয়ে প্ৰমাণ কৰে তেওঁ এতিয়া সম্পূৰ্ণ শক্তিহীন।

(এণ্টনি প্ৰেৰিত দূতৰ প্ৰৱেশ)

চীজাৰ ঃ কাষ চাপি আহা আৰু কোৱা কি তোমাৰ বক্তব্য।

দূত ঃ অলপ আগলৈকে মই তেওঁৰ ওচৰত নিচেই সামান্য মানুহ আছিলো ঠিক যেন সাগৰৰ সন্মুখত পুৱাৰ কুঁৱলীৰ টোপাল।

চীজাৰ ঃ হ'ব বাৰু! তোমাৰ অহাৰ উদ্দেশ্য ব্যক্ত কৰা।

দূত ঃ আপুনিয়ে তেওঁৰ ভাগ্য নিয়ন্তা;

তেওঁ আপোনাক অভিনন্দন জনাইছে আৰু অনুৰোধ কৰিছে তেওঁক যেন ইজিপ্ততে থকাৰ অনুমতি দিয়ে! অন্যথা তেওঁক যেন সাধাৰণ নাগৰিক ৰূপে এথেন্সতে থকাৰ অনুমতি দিয়ে। তেওঁৰ বিষয়ে ক'ব লগা ইমানেই। ক্লিঅ'পেট্ৰাই আপোনাৰ প্ৰভুত্ব স্বীকাৰ কৰি আপোনাৰ ওচৰত আত্মসমৰ্পন কৰিছে আৰু প্ৰাৰ্থনা কৰিছে ইজিপ্তৰ ৰাজমুকুট তেওঁৰ উত্তৰাধিকাৰীসকলে পায় যেন।

চীজাৰ ঃ এণ্টনিৰ বিষয়ে ক'বলৈ হ'লে মই তেওঁৰ আবেদন শুনিবলৈ ইচ্ছুক নহওঁ। ৰাণীক ক'বা তেওঁৰ কথা শুনাত মোৰ আপত্তি নাই আৰু তেওঁৰ ইচ্ছাও অপূৰ্ণ হৈ নাথাকে; কিন্তু তেওঁ তেওঁৰ অপমানিত প্ৰেমাপ্লুতক হয় ইজিপ্তৰপৰা উলিয়াই পঠাব লাগিব, নহয় তেওঁৰ প্ৰাণ ল'ব লাগিব।

এইখিনি কৰিলে তেওঁৰ অনুবোধ অথলে নাযায়। যোৱা, দুয়োকে এই সংবাদ দিয়াগৈ।

দূত ঃ আপুনি যেন চিৰকাল ভাগ্যৱান হয়।

চীজাৰ ঃ এওঁক আমাৰ সৈন্য-বাহিনীৰ মাজেদি আগবঢ়াই দিয়াগৈ।

(দূতৰ প্ৰস্থান)

(থিদিয়াচৰ প্ৰতি) তোমাৰ বাকপটুতা পৰীক্ষা কৰাৰ এয়ে সময়। এতিয়াই যাত্ৰা কৰা।

এণ্টনিৰ পৰা ক্লিঅ'পেট্ৰাক আঁতৰাবলৈ চেষ্টা কৰিবা ;



মোৰ নামত কথা দিবা তেওঁ যি বিচাৰে পাব।

তুমি নিজে চিন্তা কৰি অধিক প্ৰস্তাৱো দিব পাৰা।

আতাইতকৈ সুদিনতো নাৰী অবিচলিত হৈ নাথাকে;

কিন্তু অভাৱে তেওঁলোকৰ স্বভাৱ নষ্ট কৰে।

থিদিয়াচ, তোমাৰ বুদ্ধিৰ পৰীক্ষা কৰা;

তোমাৰ পাৰিশ্ৰমিক ৰূপে যি বিচৰা তাকেই পাবা।

থিদিয়াচ ঃ চীজাৰ, মই এতিয়াই যাত্ৰা কৰিম।

চীজাৰ ঃ এণ্টনিয়ে কি দৰে এই দুৰ্যোগৰ মুখামুখি হৈছে সেইটো লক্ষ্য কৰিবা।

তেওঁৰ সকলো কামতে তেওঁৰ মনৰ অৱস্থা প্ৰকাশ পায়নে সেইটোও চাবা।

থিদিয়াচ ঃ এই আটাইবোৰ কৰা হ'ব।

(প্ৰস্থান)

## দৃশ্য ১৩

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ ৰাজপ্ৰাসাদ । ক্লিঅ'পেট্ৰা ইন'বাৰবাচ, ছাৰমিয়ান আৰু ইৰাচৰ প্ৰৱেশ

ক্লিঅ'পেট্ৰা ঃ ইন'বাৰবাচ, আমি এতিয়া কি কৰা উচিত?

ইন'বাৰবাচ ঃ এই বিষয়ে চিন্তা কৰা মানে মৃত্যুক সাৱতি লোৱা।

ক্লিঅ'পেট্ৰা ঃ ইয়াৰ বাবে কোন দায়ী— এণ্টনি নে আমি?

ইন'বাৰবাচ ঃ একমাত্ৰ এণ্টনিয়ে দায়ী; তেওঁ কামনাক যুক্তিৰ ওপৰত স্থান দিছিল। যুদ্ধ জাহাজৰ ভয়ংকৰ যুঁজ দেখি আপুনি যেনিবা পলায়ন কৰিলেই, এণ্টনিয়ে কিয় পিছে পিছে দৌৰিব লাগে?

বিশ্বৰ দুই অৰ্ধাংশই যেতিয়া যুদ্ধত নিমগ্ন হৈ আছিল আৰু তেওঁৰেই যেতিয়া এই বিৰোধৰ মূল কাৰণ তেনে স্থলত প্ৰেমাবেগে তেওঁৰ সেনাপতিত্বক বশীভূত কৰিবলৈ এৰি দিব নালাগিছিল। নিজৰ নৌবাহিনীক এৰি থৈ আপোনাৰ পিছে পিছে পলায়ন কৰাটো বৰ লজ্জাৰ কথা।

ক্লিঅ'পেট্ৰা ঃ তোমাক অনুৰোধ কৰিছোঁ—খন্তেক মনে মনে থাকা।

(দূতৰ সৈতে এণ্টনিৰ প্ৰৱেশ)

এণ্টনি ঃ সেয়ে তেওঁৰ উত্তৰ নেকি?

দূত ঃ হয়, প্ৰভু!

এণ্টনি ঃ মোক যদি তেওঁৰ হাতত গতাই দিয়ে ৰাণীয়ে উদাৰ ব্যৱহাৰ পাব?

দূত ঃ তেওঁ সেইদৰেই কৈছিল।

এণ্টনি ঃ ৰাণীয়ে এই কথা জনা উচিত। কিশোৰ চীজাৰৰ কাষলৈ এই পকাচুলীয়া মূৰটো পঠাই দিলে তুমি ইচ্ছা মতে ৰাজ্য লাভ কৰিবা।

ক্লিঅ'পেট্ৰা ঃ স্বামী, সেই মূৰটোৰ কথা কৈছে?

এণ্টনি ঃ পুনৰ তেওঁৰ ওচৰলৈ যোৱা; কোৱাগৈ যিহেতু তেওঁ এতিয়া ভৰ যৌৱনত সেয়ে বিশ্বই তেওঁৰপৰা বিশেষ কিবা আশা কৰে। তেওঁৰ ধন-ৰত্ন, জাহাজ, সৈন্য-বাহিনী— এইবোৰ কোনো কাপুৰুষৰো থাকিব পাৰে আৰু চীজাৰৰ অধীনত থাকিলে শিশু এটাৰ নেতৃত্বতো এইবোৰে জয় লাভ কৰিবই। বয়স আৰু ভাগ্য উভয়তে মই পৰি আহিছোঁ; তথাপি মই তেওঁক আহ্বান জনাইছোঁ। এইবোৰ কাষৰীয়া কৰি হাতত তৰোৱাল লৈ অকলশৰে মোৰ সন্মুখত থিয় হওক। মই এতিয়াই তেওঁলৈ লিখিম। মোৰ লগত আহাঁ।

(এণ্টনি আৰু দূতৰ প্ৰস্থান)



ইন'বাৰবাচ ঃ (নিজে নিজে) হয় ঠিকেই কৈছে! বিশাল সৈন্য বাহিনীৰ গৰাকী চীজাৰে সকলো সুখ-শান্তি বাদ দি এজন সাধাৰণ অসি যোদ্ধাৰ লগত যুঁজ প্ৰদৰ্শন কৰিবলৈ আহিব! এতিয়া বুজিছো মানুহৰ অৱস্থাই বিচাৰ-বুদ্ধিও নিয়ন্ত্ৰণ কৰে আৰু বাহ্যিক দুৰ্যোগে ভিতৰৰ মানুহটোকো নিশকতীয়া কৰি পেলায়। সকলো জানি শুনিও চীজাৰে তেওঁৰ ফোপোলা প্ৰত্যাহ্বন গ্ৰহণ কৰিব বুলি ভবাটোহে আচৰিত কথা!

চীজাৰ! তুমি তেওঁৰ বিচাৰ-শক্তিও বশ কৰিলা!

(এজন ভৃত্যৰ প্ৰৱেশ)

ভৃত্য ঃ চীজাৰ প্ৰেৰিত দূত আহিছে।

ক্লিঅ'পেট্ৰা ঃ কি, কোনো শিষ্টাচাৰ নাই নেকি? দেখিলানে মোৰ সংগীসকল, ফুলি উঠা ফুল পাহ দেখি যিসকলে আঁঠু লৈছিল এতিয়া সৰিব খোজা দেখি সকলোৰে নাক কোচাইছে। দূতক ইয়ালৈ আহিবলৈ দে। (ভৃত্যৰ প্ৰস্থান)

ইন'বাৰবাচ ঃ (নিজে নিজে) ঃ মোৰ ভিতৰত সাধুতা আৰু আত্মকেন্দ্ৰিকতাৰ মাজত সংঘাত চলিছে। মূৰ্খৰ প্ৰতি অনুগত হৈ থকা মানে অধিক মূৰ্খামিৰহে পৰিচয় দিয়া। অৱশ্যে যি পৰাভূত প্ৰভুৰ প্ৰতি অনুগত হৈ থাকে তেওঁ প্ৰভুৰ বিজেতাকো বশীভূত কৰি যশস্যা আৰ্জিব পাৰে।

(থিদিয়াচৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ কোৱা, চীজাৰৰ ইচ্ছা কি?

থিদিয়াচ ঃ একাশৰীয়া হৈ শুনাহে ভাল হ'ব।

ক্লিঅ'পেট্ৰা ঃ ইয়াত থকা সকলো লোক মোৰ বন্ধু। খোলাখুলিকৈ কোৱা।

থিদিয়াচ ঃ বোধকৰো তেওঁলোক এণ্টনিৰহে বন্ধু।

ইন'বাৰবাচ ঃ হয়, তেওঁকো চীজাৰৰ সমানেই বন্ধু-বান্ধবৰ প্ৰয়োজন; নহ'লে আমাৰ আৱশ্যকেই নাই। চীজাৰে বিচাৰিলে আমাৰ গৰাকীয়ে তেওঁৰ বন্ধুত্বৰ ওপৰত জপিয়াই পৰিব। আমাৰ কথা ক'বলৈ হ'লে, আপুনিতো জানেই, মালিক যাৰ আমিও তাৰ, অৰ্থাৎ চীজাৰৰ।

থিদিয়ায় ঃ বৰ ভাল কথা।

তেন্তে শুনক ঃ হে মহাৰাণী, চীজাৰৰ অনুৰোধ, আপুনি চীজাৰৰ পৰা কিমান দূৰত সেই কথা ভাবিব নালাগে; মাত্ৰ মনত ৰাখিব চীজাৰ চীজাৰেই।

ক্লিঅ'পেট্ৰাঃ কৈ যোৱা; সঁচাকৈয়ে ৰজাসুলভ সংবাদ।.

থিদিয়াচ ঃ তেওঁ জানে যে ভাল পায় নহয়, ভয়তহে আপুনি এণ্টনিক আপোন কৰি লৈছিল।

ক্লিঅ'পেট্ৰা ঃ অস্!

থিদিয়াচ ঃ সেয়ে আপোনাৰ নামত যি কালিমা পৰিছে সেয়া তেওঁ আপোনাৰ প্ৰাপ্য বুলি নাভাবে; ভাবে, জোৰ কৰিহে এই কালিমা সানি দিয়া হৈছে।

ক্লিঅ'পেট্ৰা ঃ তেওঁ দেৱসদৃস লোক আৰু কোনটো শুদ্ধ ভালকৈ জানে। মই মোৰ আত্মমৰ্যাদা সমৰ্পন কৰা নাই; কিন্তু তেওঁ সম্পূৰ্ণভাৱে জয় লাভ কৰিলে।

ইন'বাৰবাচ ঃ (আপোন মনে) এই কথা নিশ্চিত ভাবে জানিবলৈ এণ্টনিক সুধিব লাগিব। এণ্টনি, তোমাৰ অৱস্থা এতিয়া তলিফুটা জাহাজৰ দৰে। তোমাৰ প্ৰিয়তমায়ে যেতিয়া তোমাক ত্যাগ কৰিছে আমি আটায়ে তোমাক ডুবিবলৈ এৰি দিব লাগিব।

(ইন'বাৰবাচৰ প্ৰস্থান)

থিদিয়াচ ঃ আপুনি চীজাৰৰপৰা কি আশা কৰিছে মই কমগৈনে?



চীজাৰে কিন্তু ইয়াকে বিচাৰে ঃ আপুনি তেওঁৰ সৌভাগ্যৰ ওপৰত ভৰসা কৰিলে তেওঁ বৰ ভাল পাব। তেওঁ যদি শুনে যে এণ্টনিক ত্যাগ কৰি আপুনি চীজাৰৰ আশ্ৰয়ত তেওঁক বিশ্বৰাজ বুলি স্বীকাৰ কৰিছে তেন্তে তেওঁ অতি সন্তোষ পাব।

ক্লিঅ'পেট্ৰা ঃ তোমাৰ নাম কি?

থিদিয়াচ ঃ মোৰ নাম থিদিয়াচ।

ক্লিঅ'পেট্ৰা ঃ শুনা, হে দয়ালু দূত!

মোৰ প্ৰতিনিধি ৰূপেই চীজাৰক কোৱাগৈ যে মই তেওঁক সম্ভাষণ জনাইছোঁ। ক'বা, মোৰ শিৰৰ মুকুট তেওঁৰ পদত অৰ্পণ কৰি আঁঠু ল'বলৈ প্ৰস্তুত আছোঁ। আৰু ক'বা ইজিপ্তৰ প্ৰতি তেওঁ কি বিচাৰ দিয়ে সেয়া শুনিবলৈ মই উদ্‌গ্ৰীৱ।

থিদিয়াচ ঃ আপোনাৰ বাবে এইটোৱেই উপযুক্ত পথ। দূৰদৰ্শিতাৰে সিদ্ধান্ত ল'লে ভাগ্যই কোনো বিড়ম্বনা কৰিব নোৱাৰে। আপোনাৰ ওচৰত যেন মোৰ কৰ্তব্যবোধৰ পৰিচয় দিব পাৰোঁ। তাৰ অনুমতি দিয়ক।

ক্লিঅ'পেট্ৰা ঃ তোমাৰ চীজাৰৰ পিতৃয়ে ৰাজ্য জয়ৰ কথা চিন্তা কৰি থাকোতে এই স্থানত তেওঁ ধাৰাসাৰে চুম্বন বৰ্ষণ কৰিছিল।

(এণ্টনি আৰু ইন'বাৰবাচৰ প্ৰৱেশ)

এণ্টনি ঃ এয়া কি অনুগ্ৰহ? বজ্ৰ দেৱতা!

কোন তই?

থিদিয়াচ ঃ উত্তম আৰু উৎকৃষ্ট জনৰ আদেশ পালন কৰোঁতা।

ইন'বাৰবাচ ঃ (নিজে নিজে) ঃ তুমি এতিয়া বেচকৈয়ে বেতৰ কোব খাবা।

এণ্টনি ঃ (পৰিচাৰকক মাতি) ঃ ঐ চিলনী, ওচৰ চাপি আহ। মোৰ ক্ষমতা নাইকিয়া দেখিছ! অলপ আগলৈকে কি ঘটিছিল?

মই 'আহ' বুলিলেই ৰজাবোৰেও চাপি আহি চিঞৰিছিল 'আদেশ কৰক'।

কি তহঁতৰ কাণ নোহোৱা হ'ল নেকি?

মই এতিয়াও এণ্টনি হৈয়ে আছোঁ।

(দুজনমান পৰিচাৰকৰ প্ৰৱেশ)

এই বদমাচটোক ইয়াৰ পৰা লৈ যা আৰু বেতৰ কোবেৰে ভালকৈ এশিকনি দেগৈ।

ইন'বাৰবাচ ঃ (মনতে) মৃত্যুমুখী বৃদ্ধ সিংহৰ সৈতে খেলাতকৈ সিংহৰ পোৱালীৰ লগত খেলাই বেছি নিৰাপদ।

এণ্টনি ঃ লৈ যা; ভালকৈ বেতাগৈ।

চীজাৰৰ অধীনৰ কুৰিজন ৰজাইও যদি সেইখন হাতৰ সৈতে অশিষ্ট ব্যৱহাৰ কৰে, মই শুদাই নেৰো। কাৰ সেই হাত? ক্লিঅ'পেট্ৰাৰ? নহয়! এসময়তহে আছিল এই হাত ক্লিঅ'পেট্ৰাৰ।

ঐ শুনিছনে? ইয়াক বেচকৈ বেতাবি। যেতিয়ালৈকে তাৰ মুখ বিকৃত নহয় আৰু সি ক্ষমা বিচাৰি চিঞৰ -বাখৰ নকৰে তেতিয়ালৈকে বেতাই থাকিবি। নে ইয়াক। লৈ যা ইয়াৰ পৰা।

থিদিয়াচ ঃ মাৰ্ক এণ্টনি!

এণ্টনি ঃ ইয়াক চোঁচৰাই লৈ যা আৰু ভালকৈ এশিকনি দি পুনৰ মোৰ ওচৰলৈ লৈ আহিবি। চীজাৰৰ এই দুষ্ট দূতে মোৰ পৰা তেওঁলৈ সংবাদ লৈ যাব লাগিব।

(থিদিয়াচক লৈ পৰিচাৰকবৰ্গৰ প্ৰস্থান।)

মই লগ পোৱাৰ পূৰ্বে তুমিতো আধা-আধি মুজুৰাই পৰিছিলা। কি? কিয় মই ঘৰ-বাৰী এৰি আহিছিলো? এগৰাকী অনুপমা



ভাৰ্যাক ত্যাগ কৰি বৈধ সন্তানৰ পিতৃ নোহোৱাকৈ কিয় মই গুচি আহিছিলো? ভৃত্যৰ মুখলৈ ৰ' লাগি চাই থকা এজনী নাৰীৰ বাবেইনে?

ক্লিঅ'পেট্ৰা ঃ শুনকচোন মোৰ স্বামী......................।

এণ্টনি ঃ তুমি ৰৰ চঞ্চলমনা তিৰোতা।

পাপৰ পংকিলতাত আমি যেতিয়া পতিত হওঁ দেৱতাসকলে যেন আমাৰ চকুবোৰ চিলাই পেলায় যাতে বিচাৰ বুদ্ধিহীন হৈ আমি নিজৰ ভুলবোৰকে সাবটি লৈ থাকোঁ। আৰু তেওঁলোকৰ হাঁহিয়াতৰ পাত্ৰ হৈ ক্ৰমান্বয়ে ধ্বংসৰ মুখলৈ আগবাঁঢ়ো।

ক্লিঅ'পেট্ৰা ঃ অ, শেষতগৈ এয়াই হ'লগৈ নে?

এণ্টনি ঃ মই তোমাক প্ৰথম পাইছিলো মৃত চীজাৰে ঠালত এৰি থৈ যোৱা এটুকুৰা চেঁচা পৰা মাংস হিচাপে। কেৱল ইমানেই নহয়, নিয়াচ পম্পিৰ ঠালতো ৰৈ গলা এডোখৰ এৰেহা ৰূপেই। মানুহে গম নোপোৱাকৈ কাম-বাসনা পূৰণৰ বাবে আৰু বা কিমান সময় কটাইছিলা সেয়া কোনে জানে? কাৰণ মই নিশ্চিত যে পৰিমিতাচাৰ কি তুমি নাজানা।

ক্লিঅ'পেট্ৰা ঃ এইবোৰ ক'বলৈ তোমাৰ কিহে পাইছে?

এণ্টনি ঃ দুই ৰাজ-অন্তৰৰ মিলনৰ স্বাক্ষৰ তোমাৰ এই হাত মোৰ খেলৰ লগৰী। সাধাৰণ ভিক্ষাৰী এটাই ইয়াক স্পৰ্শ কৰিব! আঃ মই যেন চিঞৰ চিঞঁৰি ঘোষণা কৰিম কেনেকৈ তুমি অনেকজনক প্ৰতাৰণা কৰিলা। ভদ্ৰভাৱে কোৱা মানে ফাঁচী কাঠত ওলমি জল্লাদক ধন্যবাদ দিয়াৰ নিচিনাহে হ'ব।

(থিদিয়াচক লৈ পৰিচাৰকৰ প্ৰৱেশ)

কি, ইয়াক ভালকৈ এশিকনি দিলিনে?

পৰিচাৰক : বেচ ভালকৈয়ে, ৰাজন।

এণ্টনি : সি কান্দিছিলেনে? ক্ষমা খুজিছিলেনে?

পৰিচাৰক : হয়, তেওঁ ক্ষমাা বিচাৰিছিল।

এণ্টনি : তোৰ পিতৃ জীৱিত যদি তই কন্যা নোহোৱা বাবে তেওঁ অনুতপ্ত হয় যেন। বিজয়ী চীজাৰৰ অনুৰাগী হোৱা বাবে তই অনুতপ্ত হোৱা উচিত, কাৰণ সেইবাবেই বেতৰ কোব খালি। এতিয়াৰ পৰা ভদ্ৰ মহিলাৰ শুভ্ৰ হাতত চকু নিদিবি। যা, চীজাৰৰ কাষলৈ উভতি যা আৰু কʼগৈ তই পোৱা এই ব্যৱহাৰৰ কথা। মই কি আছিলো সেই বিষয়ে বিস্মিত হৈ মোৰ বৰ্তমান অৱস্থা দেখি তেওঁ গৰ্বিত হৈছে ; সেয়ে মই তেওঁৰ ওপৰত ক্ৰোধান্বিত হোৱা বুলি কবি। এইটো সময়ত মোক ক্ৰোধান্বিত কৰা সহজ; কাৰণ মোৰ পথনিৰ্দেশক গ্ৰহ-নক্ষত্ৰইও স্বমণ্ডল ত্যাগ কৰি নৰকৰ অন্ধকাৰলৈ নিক্ষেপ কৰিছে সিহঁতৰ অগ্নিশিখা।

তেওঁ যদি মোৰ কথা আৰু কাম ভাল নেপায় কবি তেওঁৰ লগত মোৰ হিপাৰকাচ নামৰ সদ্যমুক্ত কৃতদাসটো আছে যাক তেওঁ ইচ্ছামতে শাস্তি বিহি মোৰ ওপৰত প্ৰতিশোধ লʼব পাৰে। এতিয়া যা ইয়াৰ পৰা; আঁতৰ হ।

(থিদিয়াচৰ প্ৰস্থান)

ক্লিঅ'পেট্ৰা : হৈছেগৈনে তোমাৰ?

এণ্টনি : হায়! আমাৰ পাৰ্থিৱ চন্দ্ৰটি এতিয়া গ্ৰহৰ মুখত; এয়া কেৱল এণ্টনিৰ বিলুপ্তিৰহে ইংগতি।

ক্লিঅ'পেট্ৰা : মই তেওঁ প্ৰকৃতীস্থ হোৱালৈ অপেক্ষা কৰিব লাগিব।

এণ্টনি : চীজাৰক তোষামোদ কৰিবৰ বাবে তুমি তেওঁৰ পৰিচাৰকৰ লগতো প্ৰেমদৃষ্টি বিনিময় কৰিবা নেকি?



ক্লিঅ'পেট্ৰা : তুমি মোক এতিয়াও চিনি নাপালা?

এণ্টনি : মোৰ প্ৰতি ইমান শীতল হৃদয়া হʼব পাৰিলা কেনেকৈ?

ক্লিঅ'পেট্ৰা : আঃ প্ৰিয়তম! সেয়ে যদি হয় মোৰ শীতল হৃদয়ৰ পৰা বিষাক্ত শিলাবৃষ্টিৰ সৃষ্টি হৈ প্ৰথম শিলটো যেন মোৰ কণ্ঠতে পৰে! ই গলি গলি শেষ হৈ যোৱাৰ লগে লগে মোৰ জীৱনটোও যেন নিঃশেষ হৈ যায়! তাৰ পিছত চীজাৰিয়ান প্ৰমুখ্যে মোৰ গৰ্ভজাত আটাইবোৰ সন্তান আৰু ইজিপ্তৰ সাহসী প্ৰজাগণেও যেন প্ৰাণ হেৰুৱায় এই শিলাবৃষ্টিত আৰু আটাইবোৰ হৈ পৰে নীল নদীৰ কীট-পতঙ্গৰ খাদ্য।

এণ্টনি : মই এতিয়া সন্তুষ্ট।

চীজাৰ এতিয়া আলেকজেন্দ্ৰিয়াত যʼত মই তেওঁৰ ভাগ্যৰ বিৰুদ্ধে যুঁজ দিম। আমাৰ পদাতিক বাহিনী অক্ষত আছে আৰু বিভক্ত নৌ-বাহিনীও একত্ৰিত হৈ ভীতি সৃষ্টি কৰি সাগৰত ভাঁহি ফুৰিছে।

মই কিয় ইমান নিৰুৎসাহ হৈছিলো? শুনিছানে, মহাৰাণী?

মই যদি যুদ্ধ ক্ষেত্ৰৰ পৰা পুনৰ উভতি আহোঁ তেন্তে আহিম বিজয়ী ৰূপেহে যাতে ইতিহাসত মোৰ আৰু মোৰ এই তৰোৱালৰ স্থান হৈ যায়। এনে অৱস্থাত আশা এতিয়াও আছে।

ক্লিঅ'পেট্ৰা : এতিয়াহে মোৰ সাহসী স্বামীজন যেন লাগিছে।

এণ্টনি : শক্তি, সাহস আৰু ধৈৰ্যৰে তিনিগুণ অধিক হৈ মহা বিক্ৰমে যুঁজ দিম।

মোৰ দিন যেতিয়া ভাল আছিল মানুহে সহজে মোৰ পৰা মুক্তি আদায় কৰিছিল; এতিয়া কিন্তু মই দয়ালু হোৱাত নাই

আৰু মোক বাধা দিওঁতা সকলক অন্ধকাৰ গহ্বৰলৈ নিক্ষেপ কৰিম। আঁহা, আৰু এটা উৎসৱমুখৰ নিশা কটাওঁ। মোৰ বিষাদগ্ৰস্থ সেনাপতিসকলক মাতা; পিয়লা ভৰাই মদিৰা ঢালি দিয়া; ৰাতি দুপৰ হ'লেও হওক, তালৈ ভ্ৰূক্ষেপ নকৰোঁ।

ক্লিঅ'পেট্ৰা ঃ আজি মোৰ জন্ম দিন। সামান্য ভাৱেহে দিনটো অনুষ্ঠিত কৰিম বুলি ভাবিছিলোঁ। কিন্তু মোৰ স্বামী যেতিয়া পুনৰ এণ্টনি হৈ উঠিছে ময়ো ক্লিঅ'পেট্ৰা হৈ উঠিম।

এণ্টনি ঃ আমি এতিয়াও ভাল কিবা এটা কৰিব পাৰিম।

ক্লিঅ'পেট্ৰা ঃ মোৰ স্বামীৰ সকলো সেনাপতিকে মাতি দিয়া।

এণ্টনি ঃ মাতা, মই তেওঁলোকৰ সৈতে কথা হ'ম।

আঁহা, মোৰ ৰাণী, জীৱনটো এতিয়াও অটুট আছে। এইবাৰ যুদ্ধত মৃত্যুৱেও মোক ভাল পাব লাগিব, কাৰণ মহামাৰীত মৃত্যুৱে যি দৰে মানুহ মাৰে সেইদৰে মইও এফালৰ পৰা মষিমূৰ কৰি যাম।

(ইন'বাৰবাচৰ বাহিৰে সকলোৰে প্ৰস্থান)

ইন'বাৰবাচ ঃ এতিয়া দেখিছোঁ তেওঁ বিজুলী-ঢেৰেকনীকো চেৰ পেলাব। অতিপাত ক্ৰোধান্বিত হ'লে ভয়-ভীতি নোহোৱা হয় আৰু এনে অৱস্থাত কপৌ এটাইও শেন চৰাইক আক্ৰমণ কৰিব পাৰে। দেখা গৈছে আমাৰ অধিনায়কৰ বুদ্ধিহীন হৈ অহাৰ লগে লগে সাহস বৃদ্ধি পাইছে। যুক্তি অবিহনে সাহস আত্মধ্বংসীহে হয়। এওঁক ত্যাগ কৰাৰ উপায় এটা উলিয়াব লাগিব।

(প্ৰস্থান)



## অংক ৪, দৃশ্য ১

**আলেকজেন্দ্ৰিয়াৰ কাষত ঃ চীজাৰৰ শিবিৰ।**

সৈন্য বাহিনীৰ সৈতে চীজাৰ, এগ্ৰিপা আৰু মীচেনাচৰ প্ৰৱেশ; চীজাৰে চিঠি পঢ়ি আহিব।

চীজাৰ ঃ তেওঁ মোক 'বালক' বুলি কৈছে আৰু এনে ধৰণে গালি পাৰিছে যেন মোক ইজিপ্তৰ পৰা খেদাইহে পঠাব। মোৰ দূতক বেত্ৰাঘাত কৰাৰ উপৰিও মোক অকলশৰীয়া মুখামুখী যুঁজলৈ আহ্বান জনাইছেঁ।

এণ্টনিলৈ চীজাৰৰ প্ৰত্যুত্তৰ এইয়া ঃ বুঢ়া গুণ্ডাটোক জনাবা মৰিবলৈ মোৰ অনেক পথ আছে। ইতিমধ্যে এই প্ৰত্যাহ্বানক পৰিহাস কৰি বহি থকাই ভাল।

মীচেনাচ ঃ চীজাৰে এইটো কথা চিন্তা কৰা উচিত যে এজন মহৎ লোক যেতিয়া এইদৰে ক্ৰোধান্বিত হয় তেতিয়া তেওঁৰ ইকূল-সিকূল নোহোৱা হয়। তেওঁক উশাহ ল'বলৈও সময় নিদি এই উন্মাদ ক্ৰোধৰ সুবিধা গ্ৰহণ কৰক। এই ধৰণৰ ক্ৰোধ হ'লে কোনো লোকেই নিজক বচাব নোৱাৰে।

চীজাৰ ঃ আমাৰ শ্ৰেষ্ঠ বিষয়াসকলক জনাই দিয়া যে কালিলৈ আমাৰ শেষ যুদ্ধখন হ'ব। আমাৰ বাহিনীত এনে অনেক যোদ্ধা আছে যি অলপ আগলৈকে এণ্টনিৰ সৈনিক আছিল। তেওঁক কৰায়ত্ত কৰিবলৈ এওঁলোকেই যথেষ্ট হ'ব।

চাবা, এইটো যাতে হয়; আৰু সৈন্যসকলৰ বাবে ভোজৰো ব্যৱস্থা কৰিবা।

এইটো অপ্ৰয়োজনীয় অৰ্থব্যয় যদিও এই ভোজ তেওঁলোকৰ প্ৰাপ্য; আৰু আমাৰো যথেষ্ট খাদ্য সম্ভাৰ মজুত আছে।। বেচেৰা এণ্টনি!

(প্ৰস্থান)

## দৃশ্য ২

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ প্ৰাসাদ

এণ্টনি, ক্লিঅ'পেট্ৰা, ইন'বাৰবাচ, ছাৰমিয়ান, ইৰাচ আৰু এলেস্কাচৰ প্ৰৱেশ; লগতে অন্যান্যসকল।

এণ্টনি ঃ দামিটিয়াচ! কি, তেওঁ মোৰ সৈতে যুদ্ধ নকৰে?

ইন'বাৰবাচ ঃ নকৰে।

এণ্টনি ঃ কিয় নকৰে?

ইন'বাৰবাচ ঃ তেওঁ ভাবে যে যিহেতু তেওঁ আপোনাতকৈ কুৰি গুণমান বেচি ভাগ্যৱান সেয়ে তেওঁ অকলেই এজনৰ বিপক্ষে কুৰি জনৰ সমান হ'ব।

এণ্টনি ঃ শুনা সৈনিক, কালিলৈ জল, স্থল উভয়তে মই যুদ্ধ দিম। হয় মই জয়ী হৈ জীয়াই থাকিম, নহয় মোৰ যদি মৃত্যু হয়, শত্ৰুৰ শোণিতত স্নান কৰি মোৰ মৃত সন্মান ঘূৰাই আনিম। তুমি ভালকৈ যুঁজিব পাৰিবা নহয়?

ইন'বাৰবাচ ঃ মই যুঁজিম আৰু চিঞৰি চঞৰি কম 'সকলোকে কৰায়ত্ত কৰা'।

এণ্টনি ঃ বৰ বঢ়িয়া কথা কৈছা; ব'লা।

মোৰ গৃহ ভৃত্যহঁতক মাতা ; আজি ৰাতি যেন প্ৰচুৰ ভোজনৰ ব্যৱস্থা হয়।

(তিনি বা চৰিজন পৰিচাৰকৰ প্ৰৱেশ)

তোমাৰ হাত আগবঢ়াই দিয়া;

(এজন এজনকৈ প্ৰত্যেকৰ সৈতে কৰমৰ্দন কৰে)



তুমি বৰ সৎ আছিলা—সেইদৰে তুমিও— তুমি— আৰু তুমি —-আৰু তুমিও। তোমালোকে মোৰ বাবে বহুত কৰিলা; অনেক ৰজাও তোমালোকৰ সহযোগী আছিল।

ক্লিঅ'পেট্ৰা ঃ (ইন'বাৰবাচক একাষৰীয়াকৈ) এইবোৰৰ অৰ্থ কি?

ইন'বাৰবাচ (ক্লিঅ'পেট্ৰাক একাষৰীয়াকৈ) ঃ শোকাভিভূত মনৰ অপ্ৰত্যাশিত প্ৰকাশ।

এণ্টনি ঃ আৰু তুমিও বেচ সৎ আছিলা।

তোমালোকে মোৰ বাবে ইমান খাটিলা! ময়ো যদি অনেক এণ্টনি হৈ তোমালোকৰ প্ৰত্যেকৰ বাবে কিবা কৰিব পাৰিলোহেঁতেন!

সকলোৱে ঃ ভগৱানে যেন এইটো নকৰে!

এণ্টনি ঃ মোৰ মৰমৰ সংগীসকল, আজি মোক ভালকৈ আলপৈচান ধৰিবা; পিয়লা ভৰাই মদিৰা দিয়াত কৃপনালি নকৰিবা; আৰু বিশাল সাম্ৰাজ্যৰ গৰাকী হিচাপে মোক যি দৰে ব্যৱহাৰ কৰিছিলা সেইদৰেই কৰিবা।

ক্লিঅ'পেট্ৰা (ইন'বাৰবাচক একাষৰীয়াকৈ) ঃ আজি এওঁৰ কি হৈছে?

ইন'বাৰবাচ (ক্লিঅ'পেট্ৰাক একাষৰীয়াকৈ) ঃ তেওঁৰ পৰিচাৰকবোৰক কন্দুৱাব খুজিছে।

এণ্টনি ঃ তোমালোকে আজি ৰাতি মোক শুশ্ৰূষা কৰিব লাগিব; হয়তো আজিয়েই তোমালোকৰ কৰ্তব্যৰ অন্ত পৰিব। তোমালোকে হয়তো মোক আৰু নেদেখিবও পাৰা। দেখিলেও মোৰ ক্ষত-বিক্ষত মৃতদেহটোহে দেখিবা। কালিলৈৰ পৰা তোমালোকে হয়তো এজন নতুন প্ৰভুৰ বাবে কাম কৰিব লাগিব।

মোৰ এনে লাগিছে যেন মই তোমালোকৰ পৰা চিৰ বিদায়

লৈছোঁ। বন্ধুসকল, মই তোমালোকক আঁতৰাই নপঠাওঁ; মৃত্যুৱেহে মোক তোমালোকৰ পৰা আঁতৰাব পাৰিব। মাত্ৰ দুঘণ্টাৰ কাৰণে আজি ৰাতি মোৰ আলপৈচান ধৰা; ইয়াতকৈ বেছি মই একো নিবিচাৰো।

ইয়াৰ বাবে ভগৱানে যেন তোমালোকৰ মংগল কৰে।

ইন'বাৰবাচ ঃ এইবোৰ কি কৈছে, ৰাজন!

সিহঁতৰ মনত ইমান দুখ দিছে কিয়?

চাওকচোন, সিহঁতে কেনেকৈ কান্দিছে!

আৰু মই গাধটোৱেও চকুলো ৰাখিব পৰা নাই।

খাটনি ধৰিছোঁ, আমাক স্ত্ৰীলৈ ৰূপান্তৰিত নকৰে যেন।

এণ্টনি ঃ হাঃ হাঃ হাঃ

তেনেকৈ ভাবিছোঁ যদি মই যেন নিঃশেষ হৈ যাওঁ! বন্ধুসকল, তোমালোকৰ চকুলোৱে যেন ভগৱানৰ আশিৰ্বাদ কঢ়িয়াই আনে।

তোমালোকে মোৰ কথাবোৰ বৰ দুখজনক ভাৱে লৈছা, মই কিন্তু তোমালোকৰ মন ভাল লগাবৰ বাবেহে সেইদৰে কৈছিলো আৰু আশা কৰিছিলো তোমাকে আজি ৰাতিটো ফুৰ্টিৰে কটাবা। বন্ধুসকল, এই কথা জানি লোৱা— কালিলৈৰ বাবে মই সম্পূৰ্ণ আশাবাদী; তোমালোকক মৃত্যু আৰু সন্মানৰ থলীলৈ নহয়, বিজয়-ক্ষেত্ৰলৈহে লৈ যাম।

ব'লা এতিয়া, অলপ লঘু আহাৰ কৰি লওঁ;

আৰু সকলো চিন্তা মনৰ পৰা আঁতৰ কৰা।

(সকলোৰে প্ৰস্থান)



## দৃশ্য ৩

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ প্ৰাসাদৰ কাযত।

এদল সেনাৰ প্ৰৱেশ।

১ম সৈনিক ঃ শুভৰাত্ৰি, ভাই, কাইলৈহে আচল দিন।

২য় সৈনিক ঃ কোন পক্ষৰ কি হয় হ'ব। তোমাৰ যেন কুশল হয়। বাটে-পথে কিবা আচৰিত ঘটনা ঘটাৰ কথা শুনা নাইনে?

১ম সৈনিক ঃ একো শুনা নাই, কেনেকুৱা ঘটনা?

২য় সৈনিক ঃ এইবোৰ উৰা বাতৰিও হ'ব পাৰে। শুভৰাত্ৰি।

১ম সৈনিক ঃ শুভৰাত্ৰি, বন্ধু।

(আন দুজন সৈনিকৰ প্ৰৱেশ)

৩য় সৈনিক ঃ সৈন্যসকল, ভালকৈ পহৰাদাৰি কৰিবা।

১ম সৈনিক ঃ তুমিও কৰিবা। শুভৰাত্ৰি, শুভৰাত্ৰি

(তেওঁলোকে নিজৰ নিজৰ স্থানত থিয় দি ৰয়)

২য় সৈনিক ঃ মনে মনে থাকা! সেয়া কিহৰ শব্দ?

১ম সৈনিক ঃ শুনাচোন শুনা!

২য় সৈনিক ঃ সাৱধানে শুনা!

১ম সৈনিক ঃ এয়া বতাহৰ সংগীত।

৩য় সৈনিক ঃ মাটিৰ তলৰ পৰাহে এই সংগীত আহিছে।

৪ৰ্থ সৈনিক ঃ এইটো ভালৰেই চিন; নহয় নে বাৰু?

৩য় সৈনিক ঃ ওঁহো, নহয়।

১ম সৈনিক ঃ তেন্তে ইয়াৰ অৰ্থ কি হ'ব পাৰে?

২য় সৈনিক ঃ ইয়াৰ অৰ্থ হ'ল এণ্টনিৰ প্ৰিয় দেৱতা হাৰ্কিউলিচে তেওঁক ত্যাগ কৰিছে।

১ম সৈনিক ঃ ব'লাচোন, অন্য পৰীয়াই এই শব্দ শুনিছেনে নাই খবৰ কৰো।

২য় সৈনিক ঃ বন্ধুসকল, কি খবৰ?

সকলোৱে একেমুখে ঃ কি খবৰ? তোমালোকে এইফালে কিবা শব্দ শুনিছানে?

১ম সৈনিক ঃ এইটো বৰ আচৰিত কথা নহয়নে বাৰু?

৩ম সৈনিক ঃ বন্ধুসকল, শুনিছানে? শুনিছানে?

১ম সৈনিক ঃ আমাৰ যিমান খিনিলৈকে পহৰাৰ দায়িত্ব আছে সিমানখিনিলৈকে এই শব্দ অনুসৰণ কৰা। ইনো ক'ত নাইকিয়া হয় চোৱা যাওক।

সকলোৱে ঃ হয়, ব'লা। বৰ আচৰিত কথা দেই।

(সকলোৰে প্ৰস্থান)

## ৪ৰ্থ দৃশ্য

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ প্ৰাসাদ

এণ্টনি, ক্লিঅ'পেট্ৰা, ছাৰমিয়ান আৰু পৰিচাৰকসকলৰ প্ৰৱেশ।

এণ্টনি ঃ ইৰচ! মোৰ কৱচ ক'ত ? মোৰ কৱচ?

ক্লিঅ'পেট্ৰা ঃ অলপ শোৱাচোন।

এণ্টনি ঃ আৰু শুব নোৱাৰি মোৰ মইনাজনী! ইৰচ, মোৰ কৱচ, ইৰচ!

(কৱচ লৈ ইৰচৰ প্ৰৱেশ)

আহা, মোক এই লোহাৰ কৱচ পিন্ধাই দিয়া।

মই এতিয়া ভাগ্যক ধিয়াই থকা নাই ; সেয়ে



ভাগ্য আমাৰ ফলীয়া নহবও পাৰে।

আহাঁ।

ক্লিঅ'পেট্ৰা ঃ দিয়া, মইও সহায় কৰিম।

এইটো কিহৰ বাবে?

এণ্টনি ঃ এহ, এইটো বাদ দিয়া! তুমি মোৰ অন্তৰৰ কৱচ পিন্ধাওঁতা। নহয়, নহয়, এইটো নহয়।

ক্লিঅ'পেট্ৰা ঃ ৰ'বাচোন, মই ঠিকমতে কৰিম নহয়। এইটো এই খিনিতহে হ'ব লাগে।

এণ্টনি ঃ এতিয়া আমি যুদ্ধত সফল হ'মেই। দেখিছানে এওঁ কিমান ভালকৈ পিন্ধাইছে? যোৱা তুমিও নিজৰ বৰ্মা পিন্ধি লোৱাগৈ।

ইৰচ ঃ এতিয়াই পিন্ধি আহিম, মহাৰাজ!

ক্লিঅ'পেট্ৰা ঃ এই বান্ধটো ঠিক হৈছেনে?

এণ্টনি ঃ উত্তম, উত্তম।

এইটো মই নিজে নোখোলালৈকে অন্য কোনোবাই খুলিবলৈ চেষ্টা কৰিলে ভালকৈ এসেকা পাব। তুমি দেখোন খপ্‌জপাই আছা, ইৰচ; কিন্তু মোৰ মহাৰাণীলৈ চোৱা, কিমান সুন্দৰকৈ পিন্ধাইছে। প্ৰিয়তমা! শীঘ্ৰে বিদায় দিয়া।

যুদ্ধ কৰা ৰজাৰ কৰ্তব্য; তুমি যেন আজি মোৰ ৰণ-কৌশল প্ৰত্যক্ষ কৰিবলৈ পোৱা— এয়ে আশা।

(যুদ্ধৰ বাবে সজ্জিত হৈ এজন সৈনিকৰ প্ৰৱেশ)

সুপ্ৰভাত সৈনিক, তোমাক স্বাগতম।

তোমাক সঁচাকৈ এজন দায়িত্বশীল ৰণুৱা যেন দেখা গৈছে। কৰ্তব্য সাধনৰ বাবে সোনকালে শয্যা ত্যাগ কৰি কামত ধৰিব লাগে।

সৈনিক : ৰাজন, হাজাৰ হাজাৰ যোদ্ধা যুদ্ধৰ বাবে সজ্জিত হৈ নগৰৰ সিংহ দুৱাৰত আপোনাৰ বাবে অপেক্ষা কৰিছে।

(জনচেৰেক সেনাপতি আৰু সেনাৰ প্ৰৱেশ)

সেনাপতি : সুপ্ৰভাত, সেনাধ্যক্ষ!

আজিৰ পুৱাটো বৰ ফৰকাল।

সকলোৱে : সুপ্ৰভাৱত, সেনাধ্যক্ষ।

এণ্টনি : সুন্দৰ প্ৰভাত আৰু সুন্দৰ ৰণ-ভেৰীৰ ধ্বনি। কৰ্মপ্ৰিয় যুৱকৰ দৰে আজি পুৱাটোও আগতেই আৰম্ভ হৈছে।

ৰ'বা, এইটো এই দৰেই হ'ব; সেইদাল মোক দিয়াচোন।

অ, অ, এই ধৰণে। এতিয়াহে ঠিক হৈছে।

বিদায়, প্ৰিয়তমা! যুদ্ধত মোৰ যিয়ে নহওক,

তোমাৰ যেন কুশল হয়।

এয়া এক যোদ্ধাৰ চুম্বন; সাধাৰণ লোকৰ দৰে বিদায় ক্ষণত মই বিলম্ব কৰিব নোৱাৰোঁ।

ব্ৰজ কঠোৰ মানুহৰ দৰে এতিয়া মই তোমাক এৰি যাম।

তোমালোক যোদ্ধাসকল মোৰ পিছে পিছে আহাঁ;

আমি আটায়ে যুদ্ধ ক্ষেত্ৰলৈ ৰাওনা হওঁ।

বিদায়।

(ক্লিঅ'পেট্ৰা আৰু ছাৰমিয়ানৰ বাহিৰে আটাইৰে প্ৰস্থান)

ছাৰমিয়ান : আপোনাৰ নিজৰ কক্ষলৈ যাব নেকি, মহাৰাণী?

ক্লিঅ'পেট্ৰা : তেওঁ বৰ নিৰ্ভীকভাৱে যাত্ৰা কৰিছে। চীজাৰৰ সৈতে তেওঁৰ অকলশৰীয়াকৈ যুদ্ধ হোৱা হ'লে কিমান ভাল হ'লহেঁতন! তেতিয়া এণ্টনি— কিন্তু এতিয়া— বাৰু, ব'লা।



## ৫ম দৃশ্য

**আলেকজেন্দ্ৰিয়া ঃ এণ্টনিৰ শিবিৰ**

ৰণধ্বনি শুনা যায়। এণ্টনি আৰু ইৰচৰ প্ৰৱেশ; তেওঁলোকে এজন সৈনিকক লগ পায়।

সৈনিক : ভগৱানে যেন আজি এণ্টনিক সৌভাগ্যৱান কৰে!

এণ্টনি : তোমাৰ পৰামৰ্শলৈ কাণ দি আৰু তোমাৰ সেই আঘাতবোৰ দেখি মই যদি কেৱল স্থলযুদ্ধহে কৰিলোহেঁতেন!

সৈনিক : আপুনি সেইটো কৰা হ'লে আপোনাৰ বিদ্ৰোহী ৰজা সকলো আৰু আজি আপোনাক ত্যাগ কৰা সৈনিক জনো আপোনাৰ পিছতেই থাকিলহেঁতেন।

এণ্টনি : আজি আমাক ত্যাগ কৰি কোন গৈছে?

সৈনিক : কোন হ'ব আৰু ঃ আপোনাৰ অতি ঘনিষ্ঠ যোদ্ধা এজন। ইন'বাৰবাচক মাতকচোন; এতিয়া আৰু তেওঁ আপোনাৰ মাত নুশুনে বা শুনিলেও চীজাৰৰ শিবিৰৰ পৰা এই বুলি চিঞৰিব 'এতিয়া আৰু মই আপোনাৰ অনুগামী নহওঁ।

এণ্টনি : তুমি কি কৈছা?

সৈনিক : হয় ৰাজন, তেওঁ এতিয়া চীজাৰৰ পক্ষত।

ইৰচ : মহাৰাজ, তেওঁ পেৰা-পেটাৰী আৰু সঞ্চিত ধন-সম্পত্তিবোৰ লগত নিয়া নাই।

এণ্টনি : তেওঁ গ'লেই নেকি?

সৈনিক : মই এই বিষয়ে নিশ্চিত।

এণ্টনি : ইৰচ, যোৱা, তেওঁৰ ধন-সম্পত্তি কি আছে এতিয়াই পঠিয়াই দিয়া। একোকে নাৰাখিবা। এইয়া মোৰ আদেশ। এতিয়াই তেওঁলৈ পত্ৰ লিখা; মোৰ আদেশ। মই চহী কৰিম। মোৰ

বিদায় সম্ভাষণ জনাবা আৰু কবা তেওঁ যেন আৰু গৰাকী সলাব লগা নহয়। আঃ মোৰ দুৰ্ভাগ্যই নিষ্ঠাৱান লোককো যে কেনেকৈ পথভ্ৰষ্ট কৰিছে!

যোৱা, বেগা-বেগী কৰা।

ইন'বাৰবাচ!

(প্ৰস্থান)

## ৬ষ্ঠ দৃশ্য

আলেকজেন্দ্ৰিয়া ঃ চীজাৰৰ শিবিৰ

ৰণধ্বনি. চীজাৰ, এগ্ৰিপা আৰু দলাবেলাৰ প্ৰৱেশ, লগত ইন'বাৰবাচ।

চীজাৰ ঃ এগ্ৰিপা, যোৱা যুঁজ আৰম্ভ কৰাগৈ। মোৰ ইচ্ছা, এণ্টনিক জীৱিত অৱস্থআত আটক কৰিব লাগে ; এই কথা সকলোকে জনাই দিয়া।

এগ্ৰিপা ঃ আপোনাৰ আদেশ পালন কৰা হ'ব, চীজাৰ

(এগ্ৰিপাৰ প্ৰস্থান)

চীজাৰ ঃ বিশ্বজনীন শান্তি সমাগত।

আজি যদি আমাৰ বিজয় হয় তেন্তে এই তিনিকোণীয়া পৃথিৱীত শান্তি সুনিশ্চিত।

(এজন দূতৰ প্ৰৱেশ)

দূত ঃ এণ্টনি যুদ্ধ ক্ষেত্ৰ আহি পাইছেহি।

চীজাৰ ঃ যোৱা এগ্ৰিপা, আক্ৰমণ কৰাগৈ। এণ্টনিক ত্যাগ কৰা সকলক সম্মুখত ৰাখিবা যাতে নিজৰ মানুহৰ লগত যুজোঁতেই তেওঁৰ



শক্তি ক্ষয় হয়।

(ইন'বাৰবাচৰ বাদে আটাইৰে প্ৰস্থান)

ইন'বাৰবাচ ঃ এলেক্সাচে বিদ্ৰোহ কৰি এণ্টনিৰ কামত জুদিয়ালৈ গৈছিল; তাৰ ৰজা হেৰদক পৰামৰ্শ দিছিল এণ্টনিক ত্যাগ কৰি চীজাৰৰ পক্ষ ল'বলৈ। কিন্তু ইয়াৰ বাবে চীজাৰে তেওঁক মৃত্যু দণ্ডহে বিহিলে। কেনিদিয়াচ প্ৰভৃতি অনেকে ইতিমধ্যে এণ্টনিক ত্যাগ কৰিছে। এওঁলোকক চীজাৰে গ্ৰহণ কৰিছে যদিও বিশ্বাসত লোৱা নাই।

মই বৰ বেয়া কাম কৰিলো। মোৰ কৃতকৰ্মৰ বাবে নিজকে ইমান দোষী যেন লাগিছে যে মই আৰু কেতিয়াও সুখী হ'ব নোৱাৰিম।

(চীজাৰ বাহিনীৰ এজন সৈনিকৰ প্ৰৱেশ)

সৈনিক ঃ ইন'বাৰবাচ, এণ্টনিয়ে তোমাৰ সমস্ত ধন-ৰত্ন তোমালৈ পঠাই দিছে। ইয়াৰ উপৰিও তেওঁ অন্য কিছুমান উপহাৰো পঠাইছে। মই ৰখীয়াৰ দায়িত্বত থাকোতে মানুহজন আহিছিল আৰু এতিয়া তেওঁ খচ্ছৰৰ পিঠিৰ পৰা টোপোলাবোৰ নমাই আছে।

ইন'বাৰবাচ ঃ এইবোৰ মই তোমাকে দি দিছোঁ।

সৈনিক ঃ ঠাট্টা নকৰিবা ইন'বাৰবাচ; মই সত্য কথা কৈছোঁ। তুমি মানুহজনক সৈন্য বাহিনীৰ মাজেদি নি আগবঢ়াই থোৱাগৈ। মই মোৰ কৰ্তব্যলৈ ঘুৰি যাব লাগে, নহ'লে এই কাম ময়েই কৰিলোহেঁতেন।

তোমালোকৰ সম্ৰাট এতিয়াও দেৱতুল্য হৈ আছে।

(সৈনিকৰ প্ৰস্থান)

ইন'বাৰবাচ ঃ মোৰ সমান নীচ মানুহ আৰু এই পৃথিৱীত নাই; এই কথা

মোতকৈ কোনেও বেছি অনুভৱ কৰিব নোৱাৰে। এন্টনি, তুমি মোৰ নীচতাকেই যেতিয়া ধন-সোণেৰে পুৰস্কৃত কৰিলা, মোৰ সুকৰ্মৰ বাবে কি দিবা? এই কথা ভাবি অনুশোচনাত মোৰ অন্তৰ ভাগি পৰিছে। কি মই তোমাৰ বিৰুদ্ধে যুঁজিম? ওঁহো, এইটো কেতিয়াও হ'ব নোৱাৰে। তাতকৈ মই কোনোবা নলা-নৰ্দমাত পৰি মৃত্যুক সাৱতি ল'ম। আটাইতকৈ লেতেৰা আৰু দুৰ্গন্ধময় নলা এটাহে মোৰ এই জীৱনৰ বাকী ছোৱাৰ বাবে উযুক্ত হ'ব।

(প্ৰস্থান)

## দৃশ্য ৭

শিবিৰৰ মাজৰ যুদ্ধক্ষেত্ৰ।

বিপদ সংকেত। ঢোল আৰু ভেৰীৰ ধ্বনি।

এগ্ৰিপা আৰু সৈন্যসকলৰ প্ৰৱেশ

এগ্ৰিপা ঃ আমি শত্ৰুৰ বিৰুদ্ধে অনেক দূৰ যুঁজিলো ; এতিয়া সকলো শিবিৰলৈ ওভতা। স্বয়ং চীজাৰেই যথেষ্ট আহুকালত পৰিছে। আমাৰ ওপৰতো আশা কৰাতকৈ বহুত বেচি হেঁচা পৰিছে।

(সকলোৰে প্ৰস্থান)

(বিপদ সংকেত। এন্টনি আৰু আঘাতপ্ৰাপ্ত অৱস্থাত স্কেৰচৰ প্ৰৱেশ)

স্কেৰচ ঃ মহাসাহসী সম্ৰাট, এয়াহে আচল যুঁজ। আমি আগতে এইদৰে যুঁজা হ'লে আটাইবোৰকে মূৰ ভাঙি ঘূৰাই পঠালোহেঁতেন।

এন্টনি ঃ তোমাৰ আঘাতবোৰৰ পৰা বৰ বেছিকৈ তেজ ওলাইছে।



স্কেৰচ ঃ প্ৰথম আঘাত 'টী' আকাৰৰ আছিল, এতিয়া কিন্তু ই 'এইচ্ছ'ৰ ৰূপ লৈছে । (পশ্চাদগমনৰ ধ্বনি শুনা যায়)

এন্টনি ঃ সিঁহতে এতিয়া পিছ হুহঁকি গৈছে ।

স্কেৰচ ঃ আমি সিঁহতক খেদাই অন্ধকুপত পেলামগৈ। আঘাতৰ বাবে মোৰ শৰীৰত এতিয়াও যথেষ্ট ঠাই আছে।

(ইৰ'চৰ প্ৰৱেশ)

ইৰ'চ ঃ মহাৰাজ, সিহঁত পৰাজিত হৈছে আৰু আমাৰ সুবিধাজনক স্থিতিয়ে আমাৰ বিজয় সুনিশ্চিত কৰিছে।

স্কেৰচ ঃ আঁহা, সিঁহতৰ পিঠি বখলা-বখল কৰোঁ আৰু শহা পহুৰ দৰে আটাইবোৰকে ধৰি পেলাওঁ। পলাই যোৱা শত্ৰুক প্ৰহাৰ কৰাত আনন্দ আছে।

এন্টনি ঃ তোমাৰ এই উদ্দীপনাৰ বাবে পুৰস্কৃত হ'বা আৰু ততোধিক পুৰস্কৃত হ'বা তোমাৰ বীৰত্বৰ বাবে। এতিয়া ব'লা।

স্কেৰচ ঃ বলক, মই পিছে পিছে হেকেৰ-পেকেৰকৈ গৈ আছোঁ।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ৮

আলেকজেন্দ্ৰিয়াৰ কাষত।

বিপদ সংকেত। স্কেৰচ আৰু সৈন্য বাহিনীৰ সৈতে কুচ-কাৱাজ কৰি এন্টনিৰ প্ৰৱেশ।

এন্টনি ঃ আমি তেওঁক শিবিৰলৈকে খেদি পঠালো। কোনোবা এজন আগবাঢ়ি গৈ ৰাণীক এই খবৰ দিয়াগৈ। আজি পলাই সৰাবোৰক কালিলৈ সূৰ্যোদয়ৰ পূৰ্বেই নিপাত কৰিব লাগিব। তোমালোকক ধন্যবাদ জনাইছোঁ, সকলোৰে নিজৰ দায়িত্ব

বুজি বৰ বিক্ৰমেৰে যুঁজিলা, যেন প্ৰত্যেকেই একোজন হেক্টৰহে। যোৱা, নগৰত প্ৰৱেশ কৰি ভাৰ্যা আৰু বন্ধু-বান্ধৱক আলিঙ্গন কৰাগৈ। যেতিয়া তেওঁলোকে মৰমৰ চুম্বনেৰে তোমালোকৰ আঘাতৰ গোট মৰা তেজ উটুৱাই দিব তেতিয়া তোমালোকৰ বীৰত্বৰ কাহিনী ক'বা।

(ক্লিঅ'পেট্ৰাৰ প্ৰৱেশ)

(স্কেৰচৰ প্ৰতি) তোমাৰ হাত আগবঢ়োৱা, এই মোহিনীক তোমাৰ বীৰত্বৰ কথা কম যাতে তেওঁ ধন্যবাদসহ তোমাক আশীৰ্বাদ কৰে।

হে মোৰ আলোকদায়িনী,আহা; তুমি যি সাজতেই নাথাকা সেই সাজতেই আহি প্ৰেমাভিনন্দন দিয়াহি।

ক্লিঅ'পেট্ৰা : হে ৰাজাধিৰাজ,হে গুণনিধি, তুমি বিশ্বৰ সেই মহাফান্দৰ পৰা সুকলমে উভতি আহিলা?

এন্টনি : হয়, মোৰ বুলবুল; আমি তেওঁলোকক একেবাৰে শিবিৰ পৰ্যন্ত খেদি পঠালো। চুলি পকিবলৈ ধৰিছে যদিও দেহাৰ বল এতিয়াও ডেকাৰ সমান হৈয়ে আছে। এই মানুহজনলৈ চোৱা; তোমাৰ অনুগ্ৰহৰ হাত তেওঁলৈ আগবঢ়োৱা।

প্ৰিয় সৈনিক , এই হাতত চুম্বন কৰা।

আজি তেওঁ ইমান বিক্ৰমেৰে যুঁজিলে যেন কোনো দেৱতাহে এওঁৰ বেশত বিধবংসকাৰী ৰূপত অৱতীৰ্ণ হৈছিল।

ক্লিঅ'পেট্ৰা : মই তোমাক এটা সোণৰ বৰ্ম পুৰস্কাৰ দিম, বন্ধু। পূৰ্বতে এইটো এজন ৰজাৰ আছিল।

এন্টনি : সূৰ্যদেৱতাৰ ৰথতকৈ অধিক মূল্যবান মণি-মুক্তাৰে নিৰ্মিত হ'লেও এইটো এওঁৰ প্ৰাপ্য। তোমাৰ হাত আগবঢ়াই দিয়া। আমাৰ ভগ্ন বৰ্মবোৰ ধাৰণা কৰি আলেকজেন্দ্ৰিয়াৰ পথেদি



ৰংমনে সদলবলে আগবাঢ়া। আমাৰ কাৰেঙত সিমান ঠাই হোৱা হ'লে সকলোৱে একেলগে খাই বৈ ফুৰ্টি কৰি কালিলৈ চৰম যুদ্ধৰ বাবে সাজু হলোহেতেন। ভেৰীবাদক, উচ্চস্বৰে বজোৱা যাতে তোমালোকৰ ভেৰীৰ ধ্বনি ঢোলৰ ধ্বনিৰে মিলিত হৈ স্বৰ্গ-মৰ্ত্য মুখৰিত কৰি আমাৰ আগমন ঘোষনা কৰে।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ৯

চীজাৰৰ শিবিৰ

এজন প্ৰহৰী আৰু তেওঁৰ লগৰীয়া সকলৰ প্ৰবেশ।

প্ৰহৰী : এই এঘন্টাৰ ভিতৰত আমাক আজৰাই নিদিলেও আমি পৰীয়া শিবিৰলৈ যাব লাগিব। আজি ৰাতিটো বেচ জোনাক আৰু শুনামতে পুৱা দুই প্ৰহৰতে যুদ্ধৰ বাবে সাজু হব লাগিব।

১ম পৰীয়া : কালিৰ দিনটো আমাৰ বাবে বৰ বেয়া দিন আছিল।

ইন'বাৰবাচ : হে ৰাত্ৰি, তুমিয়ে মোৰ সাক্ষী হোৱা।

২য় পৰীয়া : এইটো কোন মানুহ ?

১ম পৰীয়া : আঁৰত থাকি তেওঁ কি কয় শুনাচোন।

ইন'বাৰবাচ : হে চন্দ্ৰদেৱতা, ইতিহাসে যেতিয়া পৰিত্যাগীহতঁক ঘৃণাৰে স্মৰণ কৰিব তুমি যেন মোৰ সাক্ষী হোৱা তোমাৰ সমুখতে এই অধম ইন'বাৰবাচ অনুতপ্ত হৈছিল।

প্ৰহৰী : ইন'বাৰবাচ ?

২য় পৰীয়া : মনে মনে থাকা। শুনাচোন আৰু কি কয়?

ইন'বাৰবাচ : হে চন্দ্ৰদেৱতা। ৰাতিৰ বিষাক্ত কুঁৱলিবোৰ মোৰ গাত ঢালি

দিয়া যাতে এই অবাঞ্চিত জীৱনটো লৈ ফুৰিব নালাগে। মোৰ পাপৰ প্ৰায়চিত্ত ৰূপে মোৰ অন্তৰখন ভাঙি গুড়ি কৰি পেলোৱা যাতে আৰু কোনো বেয়া চিন্তা মনলৈ আহিব নোৱাৰে।

হে এন্টনি, তুমি অতি মহান; কিন্তু মোৰ বিদ্ৰোহ যে কিমান নিকৃষ্ট; তোমাৰ নিজ গুণে মোক ক্ষমা কৰা; ইতিহাসত যেন মোৰ নাম পলাতক ভৃত্য হিচাপে লিপিবদ্ধ হৈ থাকে।

হে এন্টনি; হে এন্টনি;

(মৃত্যু)

১ম পৰীয়া ঃ আহাঁচোন তেওঁৰ কি হৈছে সোধো।

প্ৰহৰী ঃ ৰ'বা, তেওঁ কি কয় শুনি লওঁ। এই কথাবোৰ চীজাৰৰ বাবে প্ৰয়োজনীয় হব পাৰে।

২য় পৰীয়া ঃ ঠিকেই কৈছা, শুনাচোন আৰু কি কয়। কিন্তু তেওঁ টোপনি গ'ল যেন পাইছোঁ।

প্ৰহৰী ঃ বোধকৰো অচেতন হৈহে পৰিছে, কাৰন এনে বেয়া প্ৰাৰ্থনা কৰি কোনো শুব নোৱাৰে।

১ম পৰীয়া ঃ ব'লা, তেওঁৰ কাষলৈ যাওঁ।

২য় পৰীয়া ঃ হেৰি ডাঙৰীয়া, উঠকচোন ,কি হৈছে কওক।

১ম পৰীয়া ঃ শুনিছেনে মহাশয়?

প্ৰহৰী ঃ মৃত্যুৱে এওঁক সাৱতি ধৰিছে।

(দুৰত ঢোলৰ শব্দ শুনা যায়)

সেয়া শুনা। ঢোলৰ মৃদু শব্দই শুই থকা সকলক জাগ্ৰত কৰিছে । এওঁ এজন লেখৰ মানুহ, বলা এওঁক প্ৰহৰীৰ শিবিৰলৈ লৈ যাওঁ। আমাৰ কৰ্তব্যৰ সময়ো উকলিল।

২য় পৰীয়া ঃ বলা তেন্তে। এওঁৰ চেতনা ঘুৰি আহিবও পাৰে।

(সকলোৰে প্ৰস্থান)



## দৃশ্য ১০

দুই পক্ষৰ শিবিৰৰ মাজত

সৈন্য বাহিনীৰ সৈতে এন্টনি আৰু স্কেৰচৰ প্ৰৱেশ

এন্টনি ঃ তেওঁলোকে আজি সমুদ্ৰ যুদ্ধৰ বাবে প্ৰস্তুতি চলাইছে; স্থল যুদ্ধত তেওঁলোক সন্তুষ্ট হোৱা নাই যেন পাইছোঁ।

স্কেৰচ ঃ দুই বিধ যুঁজৰ বাবেই তেওঁলোক সাজু হৈছে, প্ৰভু।

এন্টনি ঃ জুই বা বায়ুত যুদ্ধ কৰিলেও আমি তেওঁলোকৰ লগত যুঁজিবলৈ সাজু আছোঁ। কিন্তু কথাটো এনেকুৱা ঃ নগৰৰ কাষৰ পাহাৰত পদাতিক বাহিনী আমাৰ লগত থাকিব। নৌ যুঁজৰ বাবে আদেশ জাৰী কৰা হৈছে। তেওঁলোকে বন্দৰ এৰি গৈছে। গতিকে তেওঁলোকৰ অস্ত্ৰ-সস্ত্ৰ আৰু যুদ্ধ প্ৰস্তুতিৰ বিষয়ে আমি সহজে গম পাম।

(প্ৰস্থান)

## দৃশ্য ১১

দুই পক্ষৰ শিবিৰৰ মাজত

চীজাৰ আৰু তেওঁৰ সৈন্য বাহিনীৰ প্ৰৱেশ

চীজাৰ ঃ আমাক আক্ৰমণ নকৰিলে স্থল যুদ্ধ নকৰোঁ। মই এইটোৰ সম্ভাৱনা বেছি দেখিছোঁ। কাৰণ তেওঁৰ শ্ৰেষ্ঠ সেনাবোৰ ইতিমধ্যে জাহাজৰ ফালেহে গৈছে।

যোৱা, উপত্যকাৰ ফালে গৈ উপযুক্ত অৱস্থান লোৱাগৈ।

(প্ৰস্থান)

## দৃশ্য ১২

আলেকজেন্দ্ৰিয়াৰ কাষত। এণ্টনি আৰু স্কেৰচৰ প্ৰৱেশ

এণ্টনি ঃ সিহঁতে এতিয়াও যুদ্ধ আৰম্ভ কৰা নাই। সেই সৰল গছ জোপাৰ পৰা মই সকলো প্ৰত্যক্ষ কৰিম। যুঁজখন কেনে হ'ব সেই খবৰ মই তোমাক এতিয়াই দিমগৈ।

(প্ৰস্থান)

(দূৰত নৌ যুদ্ধৰ হুলস্থূলীয়া শব্দ শুনা যায়)

স্কেৰচ ঃ চাকৈ চকোৱাই ক্লিঅ'পেট্ৰাৰ জাহাজৰ পালত বাঁহ সাজিছে। মঙ্গলতি সকলেও একো ক'ব পৰা নাই; তেওঁলোকক বৰ চিন্তাক্লিষ্ট দেখা গৈছে; হয়তো তেওঁলোকে জানিলেও ক'বলৈ সাহস কৰা নাই। এণ্টনি নিৰ্ভীক যদিও আশা আৰু নিৰাশাৰ মাজত তেওঁক কেতিয়াবা বিষাদগ্ৰস্তও দেখা গৈছে।

(এণ্টনিৰ প্ৰৱেশ)

এণ্টনি ঃ সকলো শেষ!

এই মিচৰীয় মানুহজনীয়ে মোক প্ৰৱঞ্চনা কৰিলে। সেয়া, মোৰ নৌ-বাহিনীয়ে শত্ৰুৰ ওচৰত আত্মসমৰ্পণ কৰি টুপী খুলি খেলা কৰিছে আৰু মদ্যপান কৰি ফুৰ্তি কৰিছে। তিনিজন পুৰুষক প্ৰৱঞ্চনা কৰা এই ৰাজহীজনী! তয়েই মোক এই অনভিজ্ঞ লৰাটোৰ হাতত বিক্ৰী কৰিলি! এতিয়া আৰু তোৰ বাহিৰে মোৰ অন্য শত্ৰু নাই। সকলোকে পলায়ন কৰিবলৈ কোৱাগৈ, কাৰণ মোক বিমোহিত কৰা জনীৰ ওপৰতে যেতিয়া মই প্ৰতিশোধ ল'ব খুজিছোঁ মোৰ আৰু কৰিবলৈ একো নাই। যোৱা সকলোকে পলাবলৈ কোৱাগৈ।

(স্কেৰচৰ প্ৰস্থান)

হে সূৰ্যদেৱতা, তুমি উদয় হোৱা আৰু মই পুনৰ নেদেখিম;



ভাগ্যদেৱী আৰু এণ্টনিৰ মাজত ইয়াতেই বিচ্ছেদ হ'ব; এতিয়া ইয়াতেই আমি শেষ বিদায় লমনে? শেষত গৈ এয়ে হ'লগৈ নে? কুকুৰৰ দৰে যিবোৰে মোক অনুসৰণ কৰিছিল আৰু যাক মই অন্তৰ ভৰি ভাল পাইছিলো সেইবোৰে এতিয়া ফুলি উঠা চীজাৰৰ ওচৰত সেও হৈ গলি গৈছে। সিহঁতৰ মাজত সুউচ্চকৈ থিয় দি থকা এই সৰল গছ জোপাৰ ছাল ফালি বখলা বখল কৰা হ'ল; মই অত্যন্ত প্ৰৱঞ্চিত।

এই ইজিপ্তৰ মানুহজনী! তাই এজনী মোহিনী। তাইৰ একোটা চাৱনিয়ে মোক যুদ্ধত নমালে আৰু যুদ্ধক্ষেত্ৰ ত্যাগ কৰালে। তাইৰ প্ৰেমেই যেন মোৰ মুকুট, মোৰ মূল লক্ষ্য! কিন্তু এজনী অঘৰী তিৰোতাৰ দৰে ছলনাৰ খেল খেলি মোক তাই সমূলঞ্চে নিঃশেষ কৰিলে।

কি, ইৰচ, ইৰচ!

(ক্লিঅ'পেট্ৰাৰ প্ৰৱেশ)

আঃ প্ৰতাৰিনী! এতিয়াই ইয়াৰ পৰা দূৰ হোৱা!

ক্লিঅ'পেট্ৰা ঃ আজি মোৰ স্বামীৰ নিজৰ প্ৰিয়তমাৰ ওপৰত কিয় ইমান খং?

এণ্টনি ঃ আঁতৰ হোৱা, নহ'লে যোগ্য ফল পাবা আৰু চীজাৰেও নিজৰ বিজয়-কীৰ্তি দেখুৱাবলৈ নেপাব। চীজাৰে তোমাক যেন সাধাৰণ মানুহবোৰৰ আগত প্ৰদৰ্শন কৰে, আৰু নাৰী জাতিৰ বৃহত্তম কলংক হিচাপে তুমিও যেন তেওঁৰ ৰথৰ পিছে পিছে দৌৰা, দৈত্য-দনৱৰ নিচিনাকৈ নিকৃষ্টতম লোকৰ সন্মুখত তুমি যেন প্ৰদৰ্শনীৰ বস্তু হোৱা আৰু ধৈৰ্যশীলা অক্টেভিয়াই যেন তাইৰ নখেৰে তোমাৰ মুখখন আচুৰি বিচুৰি বিকৃত কৰে! (ক্লিঅ'পেট্ৰাৰ প্ৰস্থান)

তুমি যে গুচি গ'লা, ভাল হ'ল; এতিয়া অন্ততঃ জীয়াই থাকিব পাৰিবা।

কিন্তু তুমি মোৰ খঙৰ বলি হোৱা হ'লেই ভাল আছিল, কাৰণ তেতিয়া তুমি অধিক মৃত্যু যন্ত্ৰণা ভুগিব লগা নহ'লহেঁতেন! ইৰ'চ, তই ক'ত! নেচাচৰ বিষাক্ত চোলা এতিয়া মোৰ দেহৰ ওপৰত! মই যেন হাৰকিউলিচৰ দৰে ভীষণ খঙাল হ'ব পাৰো। সেই ডাইনীজনী মৰিবই। তাই মোক ৰোমৰ ল'ৰাটোৰ হাতত বিক্ৰী কৰিলে আৰু মই এই ষড়যন্ত্ৰৰ বলি হ'লো। ইয়াৰ পৰিণতি হ'ব তাইৰ মৃত্যু।

ইৰ'চ, ইৰ'চ! (প্ৰস্থান)

## দৃশ্য ১৩

আলেকজেন্দ্ৰিতা ঃ ক্লিঅ'পেট্ৰাৰ কাৰেং

(ক্লিঅ'পেট্ৰা, ছাৰমিয়ান, ইৰচ, মাৰদিয়ানৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ মোৰ পৰিচাৰিকাহঁত! কোন ক'ত আছা সহায় কৰা।

অহ! তেওঁ টেলামনতকৈও উন্মাদ আৰু থেচালিৰ বৰাটোতকৈও অধিক ক্ৰোধান্বিত হৈ পৰিছে।

ছাৰমিয়ান ঃ আপোনাৰ স্মৃতিভৱনলৈ যাওক; তাৰ দ্বাৰ বন্ধ কৰি সোমাই থাকক আৰু আপোনাৰ মৃত্যু হোৱা বুলি তেওঁলৈ খবৰ পঠাওক। মহৎ লোকৰ বাবে মহত্বই লগ এৰাতকৈ দুখৰ কথা একো নাই।

ক্লিঅ'পেট্ৰা ঃ ঠিকেই কৈছা, মোৰ স্মৃতিভৱনলৈ যাওঁ! মাৰদিয়ান, যা, তেওঁক খবৰ দেগৈ মই আপোনঘাতী হ'লো। যিমান পাৰ শোকাকুল হৈ দেখুৱাবি আৰু কবি মোৰ মুখৰ অন্তিম শব্দটো আছিল 'এণ্টনি'। এতিয়াই যা মাৰ্দিয়ান, আৰু এই খবৰ তেওঁ কি ধৰণে গ্ৰহণ কৰিছে মোক জনাবিহি। (প্ৰস্থান)



## দৃশ্য ১৪

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ কাৰেং

(এণ্টনি আৰু ইৰ'চৰ প্ৰৱেশ)

এণ্টনি ঃ ইৰ'চ, তই এতিয়া মোক দেখিছনে?

ইৰ'চ ঃ হয়, মোৰ প্ৰভু।

এণ্টনি ঃ কেতিয়াবা আমি এচপৰা ডাৱৰকে ড্ৰেগন, ভালুক বা সিংহ একোটাৰ দৰে দেখোঁ;

একোটা দুৰ্গ, ওলমি থকা শিলাখণ্ড, পৰ্বতৰ শিখৰ বা নীলা অন্তৰীপো গছে-বনে ভৰি থকা যেন লাগে। এইবোৰ দেখি অলীক মায়াকে বাস্তৱ বুলি ভুল কৰোঁ। তই এইবোৰ দেখিছ নহয়! এইবোৰ হ'ল অন্ধকাৰ নিশাই প্ৰদৰ্শন কৰা অভিনয়।

ইৰ'চ ঃ হয়, মোৰ স্বামী।

এণ্টনি ঃ এই মুহূৰ্তত ঘোঁৰাৰ নিচিনা দেখা ডাৱৰ চপৰাই হঠাতে ৰূপ সলাই পানীৰ মাজৰ পানী যেন অস্পষ্ট হৈ পৰে।

ইৰ'চ ঃ হয়, মোৰ স্বামী।

এণ্টনি ঃ মোৰ প্ৰিয় ভৃত্য ইৰ'চ, তোৰ স্বামীৰ চেহেৰাও এতিয়া এনেকুৱাই হৈছে। এইয়া মই এণ্টনি, কিন্তু এণ্টনিৰ দৃশ্যমান ৰূপটো মোৰ নাই।

মই ইজিপ্ত আৰু ইজিপ্তৰ ৰাণীৰ বাবেই এই যুদ্ধবোৰ কৰিলো। কাৰণ, মই তেওঁক ভাল পাইছিলো আৰু ভাবিছিলো তেওঁও মোক ভাল পাইছিল।

কিন্তু এতিয়া সকলো শেষ।

ইৰ'চ, তাই এতিয়া মোৰ বিৰুদ্ধে চীজাৰৰ সৈতে হাত মিলাইছে আৰু শত্ৰুৰ আগত মোক লঘু কৰিছে।

নাকান্দিবি ইৰ'চ! নিজৰ প্ৰাণ ল'ব পৰাকৈ এতিয়াও মই স্বাধীন হৈ আছোঁ।

(মাৰ্দিয়ানৰ প্ৰৱেশ)

হে নীচমনা নাৰী।

তাই মোৰ সকলো ক্ষমতা হৰণ কৰিলে।

মাৰ্দিয়ান ঃ নহয়, এণ্টনি!

আমাৰ ৰাণীয়ে আপোনাক ভাল পাইছিল আৰু আপোনাৰ সৈতে একাত্ম অনুভৱ কৰিছিল।

এণ্টনি ঃ অশিষ্ট নপুংসক, মনে মনে থাক।

তাই মোক ঠগ-প্ৰৱঞ্চনা কৰিলে আৰু ইয়াৰ বাবে তাই মৃত্যু বৰণ কৰিব লাগিব।

মাৰ্দিয়ান ঃ মৃত্যু মানুহৰ এবাৰহে হয়, আৰু তেওঁৰ ক্ষেত্ৰত এইটো ইতিমধ্যে হৈ গৈছে। আপুনি যিটো কৰিলেহেঁতেন সেইটো ইতিমধ্যে কৰা হৈ গ'ল। তেওঁৰ সৰ্বশেষ কথা কেইটা আছিল,

'এণ্টনি'! মহৎ এণ্টনি!'

ক্ৰমে মৃত্যু যন্ত্ৰণাৰ ক'বলত এই শব্দ ভাগি-ছিগি অস্পষ্ট হৈ পৰিল। তেওঁ চকু মুদাৰ লগে লগে আপোনাৰ নামটোও যেন তেওঁৰ প্ৰাণহীন দেহৰ সৈতে মিলি গ'ল।

এণ্টনি ঃ তাৰ মানে তেওঁ মৃত?

মাৰ্দিয়ান ঃ হয়, মৃত।

এণ্টনি ঃ ইৰ'চ, মোৰ এইবোৰ খুলি দে; আমাৰ কাম শেষ আৰু এতিয়া আমি শয়ন কৰাই শ্ৰেয়। (মাৰ্দিয়ানলৈ) তই এতিয়াই ইয়াৰ পৰা আঁতৰ হ। ভালে ভালে যে যাবলৈ পাইছ সেয়াই তোৰ ডাঙৰ পুৰস্কাৰ। যা।



খোল, খুলি পেলা।

(ইৰচে এণ্টনিৰ বুকুৰ কৱচ খোলে)

মোৰ হৃদয়ৰ ভাঙোন কোনেও ৰোধিব নোৱাৰে।

মহাবীৰ এজাক্সৰ মহা ঢালেও নোৱাৰে।

মোৰ এই শৰীৰটো ভাগি-ছিগি যাওক;

কিন্তু হৃদয়খন যেন অটুট থাকে।

ইৰ'চ খৰধৰ কৰ; এইবোৰ ছিগি-ভাগি গৈছে;

খুলি পেলা। মই আৰু এতিয়া যোদ্ধা হৈ থকা নাই। ইৰ'চ, ক্ষন্তেকৰ বাবে আঁতৰচোন।

(ইৰ'চৰ প্ৰস্থান)

ক্লিঅ'পেট্ৰা, মোক ক্ষমা কৰা ; মই তোমাতকৈ আগবাঢ়িম। এতিয়া আৰু জীয়াই থকা মানে অধিক যন্ত্ৰণা ভোগ কৰা।

মোৰ জীৱন শিখাই যিহেতু নুমাল, মোৰ জীয়াই থকাৰ কোনো প্ৰয়োজন নাই। এতিয়া মোৰ সমস্ত শক্তি জালত পৰা জন্তুৰ সদৃশ । সংগ্ৰাম কৰা মানে সময়ৰ অপব্যয়। তেন্তে, এতিয়াই জীৱনটোৰ সমাপ্তি ঘটক; তেতিয়া আৰু সকলো শেষ।

ইৰ'চ! মই গৈ আছোঁ, মোৰ ৰাণী, ক্ষন্তেক অপেক্ষা কৰা।

ইৰ'চ!

স্বৰ্গৰ ফুলনিত আমাক প্ৰত্যক্ষ কৰি প্ৰেতাত্মাইও থৰ হৈ চাব, আৰু আটায়ে দৌৰিব আমাৰ সঙ্গসুখ লাভৰ আশাত।

ইৰ'চ! আহ, ইৰ'চ!

(ইৰ'চৰ প্ৰৱেশ)

ইৰ'চ ঃ মই কি কৰিব পাৰোঁ, প্ৰভু?

এণ্টনি : ক্লিঅ'পেট্ৰাৰ মৃত্যুৰ পিছত মই জীয়াই থকাটো ইমান নিকৃষ্ট কথা হৈছে যে দেৱতাসকলেও মোক ঘৃণা কৰিছে। মই মোৰ তৰোৱালেৰে পৃথিৱী ভাগ ভাগ কৰিলো; সাগৰৰ বুকুত জাহাজেৰে নগৰী নিৰ্মিলো; কিন্তু এতিয়া মোৰ স্ত্ৰী এজনীৰ সমানো শক্তি নোহোৱা হ'ল। মোতকৈ বহুত উচ্চ মনৰ ক্লিঅ'পেট্ৰাই চীজাৰক কৈ দিলে,

'চোৱা! মই নিজকে ইতিমধ্যে জয় কৰিছোঁ।'

ইৰ'চ, তই শপত খাইছিলি চূড়ান্ত প্ৰয়োজনৰ পৰত আৰু মোৰ আদেশ হ'লে তই মোক বধ কৰিবি। সেই সময় এতিয়া সমাগত; তোৰ কৰ্তব্য সামাধা কৰ। এইটো কৰিলে তই প্ৰকৃততে মোক মৰা নহ'ব, চীজাৰক পৰাজয় কৰাহে হ'ব। মনলৈ সাহস গোটা।

ইৰ'চ : ভগৱানে যেন মোক বাধা দিয়ে!

শত্ৰু পাৰ্থিয়ানসকলৰ শেলে যিটো কৰিব নোৱাৰিলে সেইটো কি মই কৰিম?

এণ্টনি : ইৰ'চ, তোৰ প্ৰভুৱে কৰ যোৰে লাজত তলমূৰ কৰি থাকিব আৰু ভাগ্যৱান চীজাৰে ৰথত বহি আগে আগে গৈ থাকিব- তই কি ৰোমৰ খিৰিকিৰ কাষত বহি এনে এটা দৃশ্য চাই থাকিবি?

ইৰ'চ : মই এনে দৃশ্য চাব নোখোজো।

এণ্টনি : তেন্তে আহ ইৰ'চ, আঘাত কৰিহে মোক সুস্থ কৰিব লাগিব। তই যি তৰোৱাল ইমান দিনে দেশৰ স্বাৰ্থত ব্যৱহাৰ কৰি আহিছ এতিয়া মোৰ কাৰণে প্ৰয়োগ কৰ।

ইৰ'চ : মোক ক্ষমা কৰিব, প্ৰভু!

এণ্টনি : মই তোক মুক্তি দিয়াৰ মুহূৰ্তত তই প্ৰতিজ্ঞা কৰা নাছিলিনে মই যেতিয়াই বিচাৰো তেতিয়াই তই এই কাম কৰিবি?



কামটো তৎক্ষণাত সমাধা কৰ, নহ'লে তই ইমান দিনে যিবোৰ কাম কৰিলি সেইবোৰ মোক ভাল পাই কৰা বুলি নাভাবিম। আহ, তৰোৱাল ওপৰলৈ তোল।

ইৰ'চ : তেনেহ'লে আপোনাৰ সেই বিশ্ববন্দিত মুখখনি সিফালে ঘূৰাই দিয়ক।

এণ্টনি (ইৰ'চৰ পৰা মুখ ঘূৰাই) : এইয়া, চা!

ইৰ'চ : মই তৰোৱাল খুলিলো।

এণ্টনি : তেন্তে কৰিবলগীয়া কামটো সমাধা কৰ।

ইৰ'চ : হে মোৰ প্ৰভু, সেনাপতি আৰু সম্ৰাট, তৰোৱালেৰে ৰক্তপাত কৰাৰ পূৰ্বে বিদায় সম্ভাষণ জনাবলৈ অনুমতি দিয়ক।

এণ্টনি : অনুমতি দিলো, আৰু বিদায়।

ইৰ'চ : বিদায়, মহাপ্ৰভু। এতিয়া তৰোৱালেৰে আঘাত কৰিমনে?

এণ্টনি : এতিয়াই, ইৰ'চ।

ইৰ'চ (নিজক আঘাত কৰি) : এই দৰেই মই এণ্টনিৰ মৃত্যুৱে আনিব পৰা বেদনাৰ পৰা ৰক্ষা পৰিলো।

এণ্টনি : মহা পৰাক্ৰমী ইৰ'চ, তই যিটো কৰিবলৈ সমৰ্থ নহ'লি মোক কৰিবৰ বাবে শিকাই গ'লি। মোৰ ৰাণী আৰু ইৰ'চ দুয়ো তেওঁলোকৰ কৰ্মৰ মাজেদি মোতকৈ আগতেই আদৰ্শ দেখুৱাই গ'ল। কিন্তু মৃত্যুৰ পথেদি গৈ দৰাৰ দৰে মই মোৰ কইনাৰ লগ লাগিমগৈ।

(খোলা তৰোৱাল দাঙি লৈ)

তেন্তে, চা ইৰ'চ, তোৰ পৰা শিক্ষা লৈ তোৰ স্বামীয়ে মৃত্যু বৰণ কৰিছে।

(তৰোৱালৰ ওপৰত পৰি দি) এইটো কৰিবলৈ মই তোৰ পৰাই শিকিলো। কি, মোৰ মৃত্যু হোৱা নাই? মই মৃত নহয়?

দেহৰক্ষীহঁত, কোন আছ? এতিয়াই মোক মাৰি পেলা,

(দেহৰক্ষী আৰু পিছে পিছে দিক্ৰেতাচৰ প্ৰৱেশ)

১ম দেহৰক্ষী : কিহৰ শব্দ?

এণ্টনি : মোৰ কামটো কৰা ভুল হ'ল। বন্ধুসকল, মই আৰম্ভ কৰা কামটো এতিয়া তোমালোকে শেষ কৰা।

২য় দেহৰক্ষী : সূৰ্য অস্ত গ'ল।

১ম দেহৰক্ষী : আৰু সময়ৰো অৱসান ঘটিল।

সকলোৱে : হায় হায়! কিমান বেদনাদায়ক!

এণ্টনি : তোমালোকৰ ভিতৰত কোনোবাই যদি মোক ভাল পোৱা তেন্তে মোক শেষ কৰি পেলোৱা।

১ম দেহৰক্ষী : মই নোৱাৰিম।

২য় দেহৰক্ষী : ময়ো নোৱাৰিম।

৩য় দেহৰক্ষী : কোনেও নোৱাৰে।

(দেহৰক্ষী সকলৰ প্ৰস্থান)

দিক্ৰেতাচ : আপোনাৰ মৃত্যু আৰু এই অৱস্থা দেখি আপোনাৰ অনুগামীসকল আঁতৰিল।

এই তৰোৱাল দেখুৱাই খবৰটো দিলে চীজাৰে নিশ্চয় মোক আদৰি ল'ব।

(দিঅ'মীদীজৰ প্ৰৱেশ)

দিঅ'মীদীজ : এণ্টনি ক'ত?

দিক্ৰেতাচ : সেয়া দিঅ'মীদীজ। সেইখিনিতে আছে।

দিঅ'মীদীজ : তেওঁ জীৱিত নে? কি, দিক্ৰেতাচ, মুখেৰে নামাতা কিয়?

(দিক্ৰেতাচৰ প্ৰস্থান)



এণ্টনি : সেয়া দিঅ'মিদিজ হয়নে? তোমাৰ তৰোৱালেৰে মোক মৃত্যু হোৱাকৈ আঘাত কৰা।

দিঅ'মীদীজ : হে মোৰ মহাপ্ৰভু, মহাৰাণী ক্লিঅ'পেট্ৰাই মোক আপোনাৰ ওচৰলৈ পঠাইছে।

এণ্টনি : তেওঁ তোমাক কেতিয়া পঠাইছিল?

দিঅ'মীদীজ : এতিয়া, মহাৰাজ।

এণ্টনি : তেওঁ ক'ত?

দিঅ'মীদীজ : তেওঁ স্মৃতিভৱন বন্ধ কৰি সোমাই আছে। ইতিমধ্যে কি ঘটিল সেই বিষয়ে যেন তেওঁ কিবা পূৰ্বাভাস পাইছিল। তেওঁ চীজাৰৰ সৈতে সম্প্ৰীতি স্থাপন কৰিছে বুলি আপুনি সন্দেহ কৰাৰ কথা ভাবি আৰু আপোনাৰ খং দমোৱা অসম্ভৱ ভাবি তেওঁৰ মৃত্যু হোৱা বুলি আপোনালৈ খবৰ পঠাইছিল। কিন্তু ইয়াৰ পৰিণতিলৈ ভয় কৰি প্ৰকৃত সত্য জনাবলৈ তেওঁ মোক এতিয়া আপোনাৰ কাষলৈ পঠাইছে।

এয়া মই আহি পাইছোহি; কিন্তু মোৰ ভয় হৈছে, ইতিমধ্যে বহুত পলম হৈ গ'ল।

এণ্টনি : বহুত পলম হ'ল, দিঅ'মীদীজ, অনুগ্ৰহ কৰি মোৰ দেহৰক্ষীহঁতক মাতা।

দিঅ'মীদীজ : সম্ৰাটৰ দেহৰক্ষীসকল, কোন ক'ত আছা, শীঘ্ৰে আহা; তোমালোকৰ স্বামীয়ে মাতিছে।

(চাৰি বা পাঁচজন দেহৰক্ষীৰ প্ৰৱেশ)

এণ্টনি : মোৰ প্ৰিয় বন্ধুসকল, মোক ক্লিঅ'পেট্ৰাৰ কাষলৈ লৈ ব'লা; এয়ে তোমালোকৰ প্ৰতি মোৰ শেষ আদেশ।

১ম দেহৰক্ষী : আমাৰ বাবে কি যে সন্তাপৰ কথা, প্ৰভু! আপুনি হয়তো ভৃত্যহঁতকৈ বেছি দিন জীয়াই নাথাকিব।

সকলোৱে ঃ আমাৰ বাবে এইটো আটাইতকৈ দুখৰ দিন।

এণ্টনি ঃ নহয়, মোৰ বন্ধুসকল, খেদ কৰি ভাগ্য দেৱীক লাই নিদিবা। মোক শাস্তি দিবলৈ অহা ভাগ্যক আদৰণি জনোৱা যাতে ইয়াক সহজ ভাৱে লৈ ভাগ্যকো শাস্তি দিব পাৰোঁ।

মোক দাঙি লোৱা।

মই তোমালোকক প্ৰায়ে বাট দেখুৱালো; এতিয়া তোমালোকে মোক লৈ ব'লা, আৰু আটায়ে মোৰ ধন্যবাদ গ্ৰহণ কৰা।

(এণ্টনি আৰু ইৰ'চক লৈ সকলোৱে প্ৰস্থান)

## দৃশ্য ১৫

আলেকজেন্দ্ৰিয়া ঃ ক্লিঅ'পেট্ৰাৰ স্মৃতিভৱন

(ক্লিঅ'পেট্ৰা, লিগিৰী ছাৰমিয়ান আৰু ইৰ'চৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ ছাৰমিয়ান মই ইয়াৰ পৰা কেতিয়াও নাযাওঁ।

ছাৰমিয়ান ঃ আস্বস্ত হওক, মহাৰাণী।

ক্লিঅ'পেট্ৰা ঃ ওঁহো, হ'ব নোৱাৰো।

যেই কোনো ভয়ংকৰ ঘটনাই এতিয়া মোৰ বাবে আদৰণীয়; কিন্তু স্বস্তি মই নিবিচাৰো। মোৰ শোকৰ কাৰণ যিহেতু গম্ভীৰ সেয়ে শোকৰ প্ৰাবল্যও অধিক হ'বই।

(তলত দিঅ'মীদীজৰ প্ৰৱেশ)

কি খবৰ? তেওঁ মৃত নেকি?

দীঅ'মীদীজ ঃ তেওঁ মৃত নহয়, কিন্তু মৃত্যু সমুপস্থিত। আপুনি



সিফালেদি চাওকচোন; তেওঁৰ দেহৰক্ষীসকলে তেওঁক ইয়ালৈকে আনিছে।

(এণ্টনিক কঢ়িয়াই তলৰ মঞ্চত দেহৰক্ষীসকলৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ হে সূৰ্য, তোমাৰ গগণমণ্ডল ভষ্মিভূত কৰা। বিশ্বব্ৰহ্মাণ্ডখন যেন অন্ধকাৰময় হৈ পৰে!

হে এণ্টনি, এণ্টনি, এণ্টনি!

ছাৰমিয়ান, ইৰ'চ আগবাঢ়ি আঁহা, সকলোৱে ধৰি তেওঁক এইখিনিলৈ তুলি দিয়া।

এণ্টনি ঃ স্তব্ধ হোৱা!

চীজাৰৰ শক্তিয়ে এণ্টনিক পৰাভূত কৰা নাই; এণ্টনিয়েহে নিজকে নিজে জয় কৰিছে।

ক্লিঅ'পেট্ৰা ঃ এইটোৱেই হোৱা উচিত; এণ্টনিৰ বাহিৰে এণ্টনিক কোনেও জয় কৰিব নোৱাৰে। কিন্তু ই যে কিমান বেদনা দায়ক!

এণ্টনি ঃ হে ইজিপ্তৰ মহাৰাণী, মই এতিয়া মুমুৰ্ষ অবস্থাত; মাত্ৰ অপেক্ষা কৰিছো তোমাক শেষ চুম্বনটো যাচিবৰ বাবে।

ক্লিঅ'পেট্ৰা ঃ ক্ষমা কৰিবা, প্ৰিয়তম! মোৰ ইয়াৰ পৰা ওলাই যোৱাৰ সাহস নাই। তেওঁলোকে হয়তো মোক কৰায়ত্ত কৰিব পাৰে। সৌভাগ্যৱান চীজাৰে পৰাক্ৰম প্ৰদৰ্শনীত মোক অলংকাৰ হিচাপে ব্যৱহাৰ কৰিব নোৱাৰে। চুৰীৰ যদি ধাৰ আছে, বিহে যদি কাম কৰে, সৰ্পৰ যদি বিষ আছে, তেন্তে মই সুৰক্ষিত। মোক দোষী সাব্যস্ত কৰি তোমাৰ পত্নী অক্টেভিয়াই আৰু মোলৈ দৃষ্টি নিক্ষেপ কৰিব নালাগে। বাৰু সেইবোৰ বাদ; আহাঁ এণ্টনি, আমি তোমাক ওপৰলৈ তুলি আনিম।

পৰিচাৰিকাইঁত, ধৰা ; তোমালোক সকলোৱে মোক সহায় কৰা।

এণ্টনি : শীঘ্ৰে কৰা; মোৰ সময় হৈ আহিছে।

ক্লিঅ'পেট্ৰা : এয়া যেন এক খেলাহে। মোৰ স্বামী ইমান গধুৰ! আমাৰ সমস্ত শক্তি যেন তেওঁৰ দেহত সোমাই তেওঁক অধিক গধুৰ কৰি তুলিছে।

মোৰ যদি দেৱৰাণী জুনৌৰ সমান প্ৰভাৱ থাকিলহেঁতেন তেন্তে দেৱদূত মাৰ্ক্যিওৰিয়ে তোমাক আনি দেৱৰাজ জৌভৰ কাষত থলেহেঁতেন। কিন্তু এইবোৰ ভাবি থাকি লাভ নাই। আঁহা, আঁহা, ওপৰলৈ আঁহাঁ।

(তেওঁলোকে এণ্টনিক ক্লিঅ'প্টোৰ কাষলৈ তুলি নিয়ে)

তোমালৈ আদৰণি, আদৰণি! মৃত্যুৰ পূৰ্বে পুনৰ জীৱন ধৰাচোন ; এই চুম্বনে তোমাক পুনৰ প্ৰাণৱন্ত কৰক। মোৰ দুই ওঁঠৰ যদি সেই শক্তি থাকিলহেঁতেন!

সকলোৱে : কি যে শোকাৱহ দৃশ্য!

এণ্টনি : ক্লিঅ'পেট্ৰা, মোৰ মৃত্যু আসন্ন। মোক অলপ মদিৰা দিয়া; কিছু কথা ক'বলগীয়া আছে।

ক্লিঅ'পেট্ৰা : নহয়, প্ৰথমে মইহে কথা ক'ম।

মই ইমান চিঞৰি চিঞৰি কথা ক'ম যে মোৰ চীৎকাৰ শুনি অসঞ্জাতী ভাগ্যদেৱীৰ ভাগ্যচক্ৰও ভাগি পৰিব।

এণ্টনি : মোৰ প্ৰিয় মহাৰাণী, এটা কথা শুনা। চীজাৰৰ পৰা তোমাৰ সন্মান আৰু সুৰক্ষা দুয়োটা দাবী কৰিবা।

ক্লিঅ'পেট্ৰা : এই দুয়োটা একেলগে পোৱা নাযায়।

এণ্টনি : শুনা প্ৰিয়তমা, প্ৰফুলিয়াচৰ বাহিৰে চীজাৰৰ কোনো মানুহকে বিশ্বাস নকৰিবা।

ক্লিঅ'পেট্ৰা : মই কেৱল মোৰ সিদ্ধান্ত আৰু এই হাত দুখনৰ ওপৰতহে নিৰ্ভৰ কৰিম, চীজাৰৰ পক্ষৰ কোনো লোকৰ ওপৰত নহয়।



এণ্টনি : মোৰ জীৱনৰ এই পৰিণতিদেখি শোক নকৰিবা; বৰং মোৰ পূৰ্বৰ ঐশ্বৰ্য আৰু সৌভাগ্যৰ কথা সুঁৱৰি আনন্দ কৰা। বিশ্বৰ শ্ৰেষ্ঠ শাসক জনৰ নীচ ভাৱে মৃত্যু হোৱা নাই, তেওঁ কাপুৰুষৰ দৰে স্বদেশীয় শত্ৰুৰ ওচৰত শৰণাপন্নও হোৱা নাই; ৰোমানৰ দ্বাৰাহে ৰোমান এজন মহা পৰাক্ৰমেৰে পৰাজিত হৈছে। এতিয়া মোৰ শক্তি নোহোৱা হৈ আহিছে ; মই আৰু কথা ক'ব নোৱাৰা হৈ আহিছোঁ।

ক্লিঅ'পেট্ৰা : হে মহামানৱ, তোমাৰ কি মৃত্যু হ'ব?

মোৰ প্ৰতি তোমাৰ কোনো চিন্তা নাইনে?

তোমাৰ অবিহনে মোৰ বাবে এই পৃথিৱীখন গাহৰিৰ গৰালৰ বাহিৰে একো নহয়। মই এনে এখন পৃথিৱীত জীয়াই থাকিম?

হায়, হায়! পৰিচাৰিকাহঁত, চোৱা পৃথিৱীৰ মুকুট কেনেকৈ গলি-পমি গৈছে।

মোৰ স্বামী! (এণ্টনিৰ মৃত্যু)

হায়, যুদ্ধৰ মালাধাৰি শুকাই গ'ল;

সৈনিকৰ ধ্ৰুৱতৰা খহিল ; এতিয়া যেন কিশোৰ-কিশোৰী আৰু প্ৰৌঢ়-প্ৰৌঢ়া একে হৈ পৰিল। সেই ব্যৱধান গ'ল; এতিয়া অসামান্য বুলিবলৈ আৰু একো নাই।

ছাৰমিয়ান : ক্ষান্ত হওক, মহাৰাণী।

(ক্লিঅ'পেট্ৰা অচেতন হৈ পৰে)

ইৰাচ : আমাৰ সাম্ৰাজ্ঞীও আৰু নাই।

ছাৰমিয়ান : মাতৃ!

ইৰাচ ঃ মাতৃ!

ছাৰমিয়ান ঃ হে মহাৰাণী! মহাৰাণী

ইৰাচ ঃ হে ইজিপ্তৰ মহাৰাণী, হে সম্ৰাজ্ঞী!

ছাৰমিয়ান ঃ ক্ষান্ত হোৱা, ইৰাচ!

ক্লিঅ'পেট্ৰা ঃ লিগিৰী এজনীৰ দৰে আবেগিক হৈ ময়ো সাধাৰণ নাৰীৰ দৰে আচৰণ কৰিছোঁ। কিন্তু মোৰ ৰাজদণ্ড দেৱতাসকলৰ আগত দলিয়াই থৈ মই ক'ব লাগিছিল এণ্টনিৰ মৃত্যুৰ পূৰ্বে মোৰ পৃথিৱীখনো তেওঁলোকৰ সমানেই আছিল।

কিন্তু এতিয়া সকলো শূন্য; ধৈৰ্যৰো কোনো অৰ্থ নাই; অধৈৰ্য হোৱাটোও বলীয়া কুকুৰৰহে স্বভাৱ। তেন্তে মৃত্যুৰ আগমনৰ পূৰ্বেই মৃত্যু গৃহলৈ গতি কৰাটো কি পাপ?

পৰিচাৰিকাহঁত, কি কৰিছা তোমালোকে?

কি, কি! ফুৰ্তি কৰা!

কি, কি হ'ল ছাৰমিয়ান?

চোৱা, মোৰ বালিকাহঁত, চোৱা আমাৰ বন্তিৰ শলিতা শেষ হ'ল ; এইয়া ই নুমাল। বান্ধৱীহঁত, স্বস্ত হোৱা; আমি তেওঁক সমাধিস্থ কৰিম। আৰু তাৰ পিছত আমি ৰোমান আদৰ্শ মতে যিটো সাধু আৰু সাহসী সেইটো কৰিম যাতে আমাক লৈ মৃত্যুও গৰ্বিত হয়; ব'লা। সেই মহান শক্তিৰ আধাৰ এই দেহ এতিয়া চেঁচা পৰিল।

অস্, মোৰ বান্ধৱীহঁত, আঁহা;

সংকল্প আৰু সংক্ষিপ্ত জীৱনাৱসানৰ বাদে আমাৰ একোৱেই নাই।

(এণ্টনিৰ মৃতদেহ কাঢ়িয়াই আটাইৰে প্ৰস্থান)



## অংক ৫, দৃশ্য ১

আলেকজেন্দ্ৰিয়া ঃ চীজাৰৰ শিবিৰ

(চীজাৰ, এগ্ৰিপা, দলাবেলা, মিচেনাচ আৰু প্ৰফুলিয়াচৰ প্ৰৱেশ)

চীজাৰ ঃ দলাবেলা, তেওঁৰ ওচৰলৈ যোৱা আৰু আত্মসমৰ্পণ কৰিবলৈ কোৱাগৈ। তেওঁক কবা এইদৰে পৰাস্ত হোৱাৰ পিছতো আত্মসমৰ্পন কৰিবলৈ পলম কৰাটো হাস্যকৰ।

দলাবেলা ঃ চীজাৰ, এয়া মই আহিলো।

(প্ৰস্থান)

(এণ্টনিৰ তৰোৱাল লৈ দিক্ৰেটাচৰ প্ৰৱেশ)

চীজাৰ ঃ সেয়া কি ? এই ধৰণে মোৰ ওচৰলৈ অহাৰ সাহস কৰোতা তুমি কোন ?

দিক্ৰেটাচ ঃ মোৰ নাম দিক্ৰেটাচ।

মই মাৰ্ক এণ্টনিৰ অধীনত কাম কৰিছিলো আৰু তেওঁৰ সুদিনত তেওঁৰ শত্ৰুৰ বিৰুদ্ধে থিয় হৈ জীৱনপাত কৰিলো। এতিয়া মোক যদি আপুনি স্বীকাৰ কৰে তেন্তে আপোনাকো একে দৰেই প্ৰভু বুলি গ্ৰহণ কৰিম।

যদি মোক গ্ৰহণ নকৰে, তেনে মোৰ জীৱন আপোনাৰ ওচৰত অৰ্পণ কৰিলো।

চীজাৰ ঃ তুমি কি কৈছা?

দিক্ৰেটাচ ঃ চীজাৰ, মই কৈছো এণ্টনিৰ মৃত্যু ঘটিছে।

চীজাৰ ঃ এনে এটা সংবাদে বিৰাট বিস্ফোৰণ ঘটাব লাগিছল। সিংহ চোঙৰ পৰা ওলাই ৰাজ পথত বিচৰণ কৰিব লাগিছিল আৰু নাগৰিকসকল সিংহৰ গহ্বৰত সোমাব লাগিছিল। এণ্টনিৰ

মৃত্যু মানে কেৱল তেওঁৰেই মৃত্যু নহয়; সেই নামৰ লগত ব্ৰহ্মাণ্ডৰ অৰ্দ্ধেক জড়িত হৈ আছে।

দিক্ৰেটাচ ঃ তেওঁ মৃত, চীজাৰ;

কোনো আইন প্ৰদত্ত দণ্ড বা হত্যাকাৰীৰ দ্বাৰা তেওঁৰ মৃত্যু হোৱা নাই। কিন্তু যিখন হাতেৰে তেওঁ ইমান গৌৰৱ আহৰণ কৰিছিল সেইখন হাতেৰেই তেওঁ আপোনঘাতী হ'ল। এইখন তেওঁৰ তৰোৱাল; তেওঁৰ আঘাত প্ৰাপ্তদেহৰ পৰা মই এৰুৱাই আনিছোঁ। চাওকচোন, এইখন তেওঁৰ পৱিত্ৰ তেজেৰে কেনেকৈ ৰাঙলী হৈ আছে!

চীজাৰ ঃ বন্ধুসকল, কি তোমালোকে বেজাৰ কৰিছা? মই দেৱগণৰ গৰিহণাৰ যোগ্য; কিন্তু এই দুঃসংবাদে ৰাজ-ৰাজন্যকো কন্দুৱাব।

এগ্ৰিপা ঃ কিন্তু আচৰিত কথা এইটোৱেই যে যিটো কাম সমাধা কৰিবলৈ ইমান চেষ্টা কৰিছিলো সেইটোৰ বাবেই এতিয়া দুখ কৰিব লগা হৈছে।

মিচেনাচ ঃ তেওঁৰ ক্ষেত্ৰত দোষ আৰু গুণ দুয়োটা যেন একেই। কিন্তু মানুহ মাত্ৰে কিবা দোষ থাকিবই। চীজাৰ শোকাভিভূত হৈছে।

মিচেনাচ ঃ এনে এখন দাপোন যেতিয়া তেওঁৰ আগত পৰিছেহি ইয়াত নিশ্চয় তেওঁ নিজৰ প্ৰতিবিম্ব দেখিবই।

চীজাৰ ঃ হে এন্টনি, মই তোমাক ইমানলৈকে অনুসৰণ কৰিলো।

কিন্তু আমাৰ দেহৰ ৰোগ আমি ৰোধিবই লাগিব। আমি দুয়ো বিশ্বৰ কোনো স্থানতে একেলগে থকা অসম্ভৱ; হয় মোৰ এই অৱস্থা হ'ব, নহয় মই তোমাৰ এই দশা দেখিব লাগিব। কিন্তু দুখৰ কথা এইটোৱেই যে তুমি মোৰ ভাতৃ, প্ৰতিদ্বন্দ্বী আৰু সবাৰো উপৰি সহযোগী শাসক। যুদ্ধৰ অংশীদাৰ,



সহৃদয় আৰু সোঁহাত স্বৰূপ হোৱা স্বত্বেও আমাৰ ভাগ্যই আমাৰ সমতাক ইমান অসমানভাৱে বিভক্ত কৰিছে।

মোৰ কথা শুনা, বন্ধুসকল—

(এজন ইজিপ্তীয় লোকৰ প্ৰৱেশ)

নহয়, অন্য কোনো উপযুক্ত সময়তহে ক'ম। এই মানুহজন কিবা বৰ জৰুৰী কথাত অহা যেন লাগিছে। তেওঁ কি কয় শুনি লওঁ। ক'ৰ পৰা আহিছা তুমি?

ইজিপ্তৰ নাগৰিক ঃ মই ইজিপ্তৰ এজন সাধাৰণ নাগৰিক। মোৰ গৰাকীনী ৰাণী বৰ্তমান একমাত্ৰ সম্বল স্মৃতিভৱনত আৱদ্ধ; তেওঁ আপোনাৰ মনোভাৱ জানিবলৈ বিচাৰিছে যাতে তেওঁক যি পথে যাবলৈ কোৱা হয় সেই পথেদি যাবলৈ সাজু হ'ব পাৰে।

চীজাৰ ঃ তেওঁক নিচিন্ত হ'বলৈ ক'বা।

তেওঁৰ ক্ষেত্ৰত আমি কিমান সম্ভ্ৰম আৰু সদিচ্ছাৰ সিদ্ধান্ত লৈছোঁ সেই বিষয়ে আমি শীঘ্ৰে জনাম। যিমান দিনেই জীয়াই নাথাকক, চীজাৰ অশিষ্ট হ'ব নোৱাৰে।

ইজিপ্তৰ নাগৰিক ঃ ভগৱানে আপোনাৰ মংগল কৰক।

(প্ৰস্থান)

চীজাৰ ঃ এইফালে আঁহা, প্ৰকুলিয়াচ। এতিয়াই ক্লিঅ'পেট্ৰাৰ কাষলৈ যোৱা আৰু কোৱাগৈ যে আমি তেওঁক অসম্মান কৰিব নোখোঁজো। উচ্ছ্বাসৰ বশৱৰ্ত্তী হৈ যাতে তেওঁ আত্মহনন নকৰে। তেওঁ যি ইচ্ছা কৰে তাকে দিবা, কাৰণ তেওঁ জীয়াই থাকিলেহে আমাৰ বিজয় যাউতিযুগীয়া হ'ব। যোৱা আৰু যিমান শীঘ্ৰে পাৰা তেওঁৰ বক্তব্য আৰু মনৰ অৱস্থা কেনে মোক জনাবা।

প্ৰকুলিয়াচ ঃ চীজাৰ, এয়া মই আহিলো। (প্ৰস্থান)

চীজাৰ ঃ গেলাচ, তুমিও প্ৰকুলিয়াচৰ লগত যোৱা। (গেলাচৰ প্ৰস্থান) প্ৰকুলিয়াচক সমৰ্থন কৰিবলৈ দলাবেলা ক'ত?

সকলোৱে ঃ দলাবেলা।

চীজাৰ ঃ অ' তেওঁক কি কৰিবলৈ দিয়া হৈছে মোৰ এতিয়াহে মনত পৰিছে। গতিকে তেওঁক অকলে থাকিবলৈ দিয়া; তেওঁ সময়ত সাজু হ'ব।

মোৰ লগত শিবিৰলৈ ব'লা; তাত তোমালোকে দেখিবা মই কিমান অনিচ্ছাৰে এই যুদ্ধত অৱতীৰ্ন হৈছিলো আৰু কিমান ধীৰে সুস্থিৰে চিঠি-পত্ৰবোৰ লিখিছিলো। মোৰ লগত ব'লা আৰু এই সম্পৰ্কে মই কি দেখুৱাব পাৰোঁ চোৱাহি।

(সকলোৰে প্ৰস্থান)

## দৃশ্য ২

আলেকজেন্দ্ৰিয়া; ক্লিঅ'পেট্ৰাৰ স্মৃতিভৱন (ক্লিঅ'পেট্ৰা, ছাৰমিয়ান আৰু ইৰাচৰ প্ৰৱেশ)

ক্লিঅ'পেট্ৰা ঃ মোৰ উপান্ত অৱস্থাই সুন্দৰ জীৱনৰ পথ দেখুৱাইছে। এতিয়া চীজাৰৰ সমান হোৱা মানে অধম হোৱাহে, কাৰণ চীজাৰ নিজে ভাগ্যদেৱী নহয়, ভাগ্যদেৱীৰ ভৃত্য আৰু আজ্ঞাৱহহে।

এতিয়া আৰু মৃত্যুক আকোৱালি লোৱাহে বাঞ্ছনীয়, কাৰণ ই সকলো কৰ্মৰ সমাপ্তি ঘটায় আৰু দুৰ্ঘটনা, পৰিৱৰ্তন আদিবো মোখনি মাৰে; ই চিৰ নিদ্ৰাত শুই পৰে যাতে ৰজা-ভিক্ষাৰীৰ যি খাদ্য সেই ঘৃণনীয় বস্তু আৰু ভিক্ষা কৰিব লগা নহয়।

(প্ৰকুলিয়াচৰ প্ৰৱেশ)



প্ৰকুলিয়াচ ঃ চীজাৰে ইজিপ্তৰ মহাৰাণীক সম্ভাষণ জনাইছে আৰু কৈছে আপুনি তেওঁৰ পৰা কি আশা কৰে সেয়া যেন গভীৰ ভাবে চিন্তা কৰে।

ক্লিঅ'পেট্ৰা ঃ তোমাৰ নাম কি?

প্ৰকুলিয়াচ ঃ মোৰ নাম প্ৰকুলিয়াচ।

ক্লিঅ'পেট্ৰা ঃ এণ্টনিয়ে মোক তোমাৰ কথা কৈছিল আৰু কৈছিল যে তুমি বিশ্বাসযোগ্য। কিন্তু বিশ্বাসৰ প্ৰয়োজন যিহেতু আৰু নাই প্ৰৱঞ্চিতা হ'বলৈও কুণ্ঠিত নহওঁ। তোমাৰ প্ৰভুৱে যদি এগৰাকী ৰাণীয়ে ভিক্ষা কৰা বিচাৰে তেন্তে তেওঁক ক'বা এখন ৰাজ্যতকৈ কম কিবা বিচাৰিলে শোভন নহ'ব। তেওঁ যদি বিজিত ইজিপ্ত মোৰ পুত্ৰক প্ৰদান কৰে মই নিজকেই পোৱাৰ দৰে ভাবিম আৰু কৃতজ্ঞতাত চীজাৰৰ ওচৰত আঁঠু ল'ম।

প্ৰকুলিয়াচ ঃ মনলৈ আনন্দ আনক ঃ

একো ভয় নকৰিব, আপুনি নৃপতিৰ হাততহে পৰিছে। মুক্ত মনে, আপোনাৰ আবেদন উপস্থাপন কৰক; মোৰ স্বামী ইমান দয়াশীল যে তেওঁৰ অনুগ্ৰহপ্ৰাৰ্থী কোনোৱেই বঞ্চিত নহয়। আপুনি সদিচ্ছাৰে আত্মসমৰ্পণ কৰা সংবাদ মই তেওঁক দিমগৈ ; আপুনি দেখিব তেওঁ এনে এজন বিজয়ী বীৰ যি আপোনাক কি দৰে অনুগ্ৰহ কৰিব লাগে সেই সম্পৰ্কে আপোনাৰ পৰাই পৰামৰ্শ বিচাৰিব।

ক্লিঅ'পেট্ৰা ঃ অনুগ্ৰহ কৰি তেওঁক ক'বাগৈ মই তেওঁৰ ভাগ্যৰ অধীন আৰু তেওঁৰ প্ৰাধান্য স্বীকাৰ কৰিছোঁ। মই সকলো সময়তে বাধ্য হৈ থাকিম আৰু তেওঁৰ দৰ্শন প্ৰাথী হ'ম।

প্ৰকুলিয়াচ ঃ এই সংবাদ মই তেওঁক দিমগৈ।

আশ্বস্ত হওক, কাৰণ মই জানো যি আপোনাৰ এই অৱস্থা

কৰিলে তেৰোঁ আপোনাৰ প্ৰতি সহানুভূতিশীল।

(ৰোমান সৈনিকসহ গেলাচৰ প্ৰৱেশ)

গেলাচ : তোমালোকে দেখিছা নহয়, অতি সহজে তেওঁক কৰায়ত্ত কৰিব পাৰি।

(প্ৰকুলিয়াচ আৰু সৈনিকসকলৰ প্ৰতি) চীজাৰ আহি নোপোৱালৈকে তেওঁক সুৰক্ষিত কৰি ৰাখিবা।

ইৰাচ : মহাৰাণী।

ছাৰমিয়ান : ক্লিঅ'পেট্ৰা, আপুনি কৰায়ত্ত হ'ল!

ক্লিঅ'পেট্ৰা : (খঞ্জৰ লৈ) : এয়াই, এইয়া, মই খৰখেদা কৰিছোঁ।

প্ৰকুলিয়াচ : ক্ষান্ত হওক, ৰাণী, ক্ষান্ত হওক (তেওঁৰ হাতৰ পৰা খঞ্জৰ কাঢ়ি লয়)

নিজৰ প্ৰতি এই ভুল নকৰিব। আপুনি এতিয়া মুক্ত, প্ৰৱঞ্চিত নহয়।

ক্লিঅ'পেট্ৰা : কি, কুকুৰেও যিহৰ যোগেদি ৰোগৰ পৰা মুক্তি পায় সেই মৃত্যুৰ পৰাও মই বঞ্চিত?

প্ৰকুলিয়াচ : ক্লিঅ'পেট্ৰা, নিজক বিনাশ কৰি আপুনি মোৰ প্ৰভুৰ উদাৰতাৰ অপব্যৱহাৰ নকৰিব। সমগ্ৰ বিশ্বকে তেওঁৰ উদাৰতাৰ প্ৰকৃত ৰূপ চাবলৈ দিয়ক; আপোনাৰ মৃত্যু হ'লে এইটো আৰু কোনেও নেদেখিব।

ক্লিঅ'পেট্ৰা : হে মৃত্যু, তুমি ক'ত?

আঁহা, অনেক শিশু আৰু ভিক্ষাৰীতকৈ অধিক মূল্যৰ এগৰাকী ৰাণীক গ্ৰহণ কৰা!

প্ৰকুলিয়াচ : ধৈৰ্ম ধৰক, ৰাণী!

ক্লিঅ'পেট্ৰা : যদি অনৰ্থক কথা কোৱাই প্ৰয়োজন, মই খোৱা-পিয়াই বাদ দিম; আনকি নিদ্ৰাও পৰিহাৰ কৰিম।



চীজাৰে যিয়েই নকৰক এই মৰণশীল দেহাটো মই বিনাশ কৰিমেই।

এইটো জানি ল'বা তোমাৰ প্ৰভুৰ সভাত মই পাখি কটা পখী হৈ নাথাকো; শান্ত অক্টেভিয়াইও মোক ককৰ্থনা কৰাৰ সুযোগ নাপাব। কি, তেওঁলোকে মোক ৰোমৰ হুলস্থূলীয়া জনতাৰ আগত প্ৰদৰ্শন কৰিব ? ইয়াতকৈ ইজিপ্তৰ লেতেৰা নলা এটাই মোৰ বাবে শ্ৰেয় ; অথবা নীল নদীৰ বোকাত বিবস্ত্ৰা হৈ পৰি থাকি পানী পোকৰ খাদ্য হোৱাই বাঞ্ছনীয়। নতুবা মোৰ দেশৰ ওখ পিৰামিদক ফাঁচীকাঠ কৰি মোক তাত ওলোমাই দিয়া।

প্ৰকুলিয়াচ : আপুনি যিবোৰ ভয়ানক কথা ভাবিছে সিবোৰৰ কাৰণ চীজাৰ নহয়।

(দলাবেলাৰ প্ৰৱেশ)

দলাবেলা : প্ৰকুলিয়াচ, তুমি ইতিমধ্যে কি কৰিছা সেয়া তোমাৰ প্ৰভুৱে জানে আৰু তেওঁ তোমাক মাতি পঠাইছে।

মহাৰাণী এতিয়া মোৰ ৰক্ষণাবেক্ষণত থাকিব।

প্ৰকুলিয়াচ : এইটো মোৰ বাবে বৰ সন্তোষৰ কথা, দলাবেলা। তেওঁক সদয় ব্যৱহাৰ কৰিবা।

(ক্লিঅ'পেট্ৰাৰ প্ৰতি) আপুনি দায়িত্ব দিলে আপোনাৰ হৈ চীজাৰক কি ক'ব লাগে কমগৈ।

ক্লিঅ'পেট্ৰা : ক'বাগৈ যে মই মৰিবলৈ বিচাৰিছোঁ।

(প্ৰকুলিয়াচৰ প্ৰস্থান)

দলাবেলা : মহাৰাণী, আপুনি মোৰ কথা শুনিছে?

ক্লিঅ'পেট্ৰা : মই ক'ব নোৱাৰো।

দলাবেলা : মই নিশ্চিত যে আপুনি মোক চিনি পায়।

ক্লিঅ'পেট্ৰা : মই তোমাক চিনি পোৱা-নোপোৱাটো লেখৰ কথা নহয়। শিশু বা নাৰীয়ে তেওঁলোকৰ সপোনৰ কথা ক'লে তোমালোকে হাঁহা; এইটো তোমালোকৰ টালি-বাজি নহয়নে?

দলাবেলা : মই একো বুজা নাই, মহাৰাণী।

ক্লিঅ'পেট্ৰা : মই সপোনত সম্ৰাট এণ্টনিক দেখিছিলো। এনে এজন মানুহ চাবৰ বাবে পুনৰ এনে ধৰণৰ নিদ্ৰা যদি হ'লহেঁতেনে!

দলাবেলা : আপুনি অনুগ্ৰহ কৰে যদি——

ক্লিঅ'পেট্ৰা : তেওঁৰ আকাশ সদৃশ মুখখনিত জিলিকি থকা চন্দ্ৰ-সূৰ্যই বৃত্তাকাৰ পৃথিৱীখনক পোহৰাই ৰাখিছিল।

দলাবেলা : সম্ৰাজ্ঞী.....

ক্লিঅ'পেট্ৰা : তেওঁৰ দুই পদে সমুদ্ৰ আবৰি আছিল আৰু তেওঁৰ উচ্চশিৰে পৃথিৱী দমন কৰিছিল; বন্ধু-বান্ধৱৰ মাজত তেওঁৰ মাতটো আছিল স্বৰ্গীয় সংগীতৰ দৰে।

কিন্তু বিশ্বক ভীতিগ্ৰস্ত কৰি কঁপাব খুজিলে তেওঁ হৈ উঠিছিল প্ৰচণ্ড বজ্ৰৰ দৰে; তেওঁৰ দানশীলতা আছিল উদাৰ আৰু সীমাহীন। সাগৰৰ বুকুত দলফিন মাছৰ পৃষ্ঠাংশ দৃশ্যমান হোৱাৰ দৰে আমোদ-প্ৰমোদৰ মাজতো তেওঁৰ মহত্ব উজ্বলি আছিল।

ৰজা আৰু ৰাজকুমাৰ ভৃত্যৰ দৰে আছিল তেওঁৰ সহচৰ; ৰাজ্য আৰু দ্বীপ আছিল তেওঁৰ জেপৰ পৰা সৰি পৰা ৰূপৰ মুদ্ৰাৰ সদৃশ।

দলাবেলা : ক্লিঅ'পেট্ৰা!

ক্লিঅ'পেট্ৰা : মই সপোনত দেখা এনে এজন মানুহ আছিল বুলি বা থাকিব পাৰে বুলি তুমি ভাবানে?



দলাবেলা : নাভাবোঁ, মহাৰাণী!

ক্লিঅ'পেট্ৰা : দেৱসবে শুনাকৈয়ে তুমি মিছা মাতিছা। কিন্তু এনে লোক থাকিব পাৰে বা আছিল যদিও তেওঁ সপোনৰো অগোচৰ হ'ব; কল্পনাৰ এনে অপূৰ্ব ৰূপ সৃষ্টি কৰিবলৈ প্ৰকৃতিৰো সমলৰ অভাৱ;

কিন্তু কল্পনাৰ ছয়া-ময়া ছবিক অতিক্ৰমি এজন এণ্টনিৰ সৃষ্টি কৰাটো প্ৰকৃতিৰ মহৎ কৰ্ম।

দলাবেলা : আপোনাৰ ক্ষতি আপোনাৰ সমানেই মহান আৰু মহৎ ভাবেই আপুনি ইয়াক সহ্য কৰিছে। আপোনাৰ দুখ দেখি মোৰ হৃদয় যদি বিদাৰি যোৱা নাই মই যেন সাফল্যৰ মুখ নেদেখোঁ।

ক্লিঅ'পেট্ৰা : ধন্যবাদ।

চীজাৰে মোৰ প্ৰতি কি কৰিব বিচাৰিছে আপুনি জানেনে?

দলাবেলা : মই জানো যদিও আপোনাক ক'বলৈ অনিচ্ছুক।

ক্লিঅ'পেট্ৰা : কওক, মোৰ অনুৰোধ..............

দলাবেলা : যদিও তেওঁ সম্ৰমী...............

ক্লিঅ'পেট্ৰা : বিজয় গৌৰৱেৰে তেওঁ মোক মুকলিকৈ প্ৰদৰ্শন কৰিব?

দলাবেলা : হয় মহাৰাণী, মই জানোঁ, তেওঁ এইটো কৰিব।
(বাদ্য ধ্বনি : প্ৰকুলিয়াচ, চীজাৰ, গেলাচ, মিচেনাচ আৰু অন্যান্য সকলৰ প্ৰৱেশ)

সকলোৰে : চীজাৰ আহিছে! বাট দিয়া।

চীজাৰ : ইজিপ্তৰ ৰাণীকোন গৰাকী?

দলাবেলা : এইয়া সম্ৰাট, মহিষী।

(ক্লিঅ'পেট্ৰাই আঁঠু লয়)

চীজাৰ : উঠক; আপুনি আঁঠু ল'ব নালাগে;
মোৰ অনুৰোধ, উঠক ইজিপ্তৰ মহিষী।

ক্লিঅ'পেট্ৰা : দেৱসবৰ এইটোৱে ইচ্ছা।
মোৰ প্ৰভুক মই মানিবই লাগিব।

চীজাৰ : মনলৈ কোনো দুঃচিন্তা আনিব নালাগে। আপোনালোকে আমাক দিয়া আঘাত আমাৰ দেহত চিহ্নিত হৈ আছে যদিও সেইবোৰ আকস্মিক ভাবে ঘটা ঘটনা বুলিয়ে ধৰি ল'ম।

ক্লিঅ'পেট্ৰা : হে বিশ্বৰ গৰাকী, মই মোৰ বক্তব্য স্পষ্টকৈ প্ৰকাশ কৰিবলৈ অপাৰগ; কিন্তু স্বীকাৰ কৰোঁ যে মই এনে দুৰ্বলতাৰ পৰা মুক্ত নহয় যি ইতিমধ্যে নাৰী জাতিক অৱনমিত কৰিছে।

চীজাৰ : ক্লিঅ'পেট্ৰা, এইটো জানি লওক আমি দোষক ক্ষমা কৰিম, দোষী সাব্যস্ত নকৰোঁ। আপোনাৰ প্ৰতি আমাৰ মনোভাৱ উদাৰ; যদি আপুনি এই অনুযায়ী কাম কৰে দেখিব এই পৰিৱৰ্তনত আপুনি লাভৱানহে হৈছে। কিন্তু এণ্টনিৰ পথ অনুসৰণ কৰি মোক যদি নিষ্ঠুৰ বুলি দেখুৱাব খোজে তেন্তে আপুনি মোৰ সদিচ্ছাৰ পৰা বঞ্চিত হ'ব, আৰু যি ধ্বংসৰ পথৰ পৰা আপোনাৰ সন্তানহঁতক ৰক্ষা কৰিব খোজোঁ সেই ধ্বংসৰ পথলৈকে সিহঁতক ঠেলি পথোৱা হ'ব। মই এতিয়া আপোনাৰ পৰা বিদায় ল'ব খোজোঁ।

ক্লিঅ'পেট্ৰা : সমগ্ৰ পৃথিৱী আপোনাৰ; যেই কোনো স্থানলৈ আপুনি ইচ্ছা মতে যাব পাৰে। আমি আপোনাৰ বিজয়চিহ্ন; য'তে থয় তাতে থাকিবলৈ বাধ্য।
(তেওঁক এখন কাগজ দি) এয়া লওক, মোৰ প্ৰভু।

চীজাৰ : ক্লিঅ'পেট্ৰা সম্পৰ্কীয় সকলো কথাই আপোনাৰ পৰামৰ্শ মতে হ'ব।

ক্লিঅ'পেট্ৰা : এয়াই হ'ল মোৰ সমষ্ট অৰ্থ, আ-অলঙ্কাৰ আদিৰ চমু



তালিকা। সাধাৰণ বস্তু বাদ দি ইবোৰক যথাযথ ভাৱে মূল্যায়ন কৰা হৈছে। চেলিউকাচ ক'ত?
(চেলিউকাচৰ প্ৰৱেশ)

চেলিউকাচ : মই ইয়াতে আছোঁ, মহিষী!

ক্লিঅ'পেট্ৰা : এওঁৱে মোৰ কোষাধ্যক্ষ, প্ৰভু;
মোৰ বাবে যে মই একো ৰাখি থোৱা নাই সেয়া এওঁৰ পৰাই শুনক।
সত্য ক'বা চেলিউকচ।

চেলিউকাচ : মহাৰাণী,
অসত্য কোৱাতকৈ মই মোৰ মুখ বন্ধ কৰিয়ে ৰাখিম।

ক্লিঅ'পেট্ৰা : মই কিবা ৰাখি থৈছো?

চেলিউকাচ : আপুনি যিমান খিনিৰ তালিকা দিছে সিমানখিনি কিনিব পৰাকৈ।

চীজাৰ : অপ্ৰস্তুত নহ'ব, ক্লিঅ'পেট্ৰা।
এই বিষয়ত আপোনাৰ বিচাৰ-বুদ্ধিকে মই মানি লৈছো।

ক্লিঅ'পেট্ৰা : চাওক চীজাৰ, চাওক, মানুহ কেনেকৈ ক্ষমতাশীলৰ অনুগামী হয়। মোৰ সকলো আপোনাৰ হ'ব, আৰু অৱস্থাৰ বিনিময় কৰিলে আপোনাৰ সকলো মোৰ হ'ব।
এই চেলিউকচৰ অকৃতজ্ঞতাই মোক বলিয়া কৰিছে। অ'ই গোলাম, তই ভাৰাতীয়া প্ৰেমৰ সমানো নিৰ্ভযোগ্য নহয়! কি, এতিয়া পিছুৱাই গৈছ? ৰহ, তই পিছুৱাবি ; কিন্তু মই তোৰ চকু উলিয়াম। গোলাম, নিষ্ঠুৰ চয়তান, কুকুৰ! ইমান নীচ!

চিজাৰ : মহিষী, আপোনাক অনুৰোধ কৰিছোঁ।

ক্লিঅ'পেট্ৰা : হে চীজাৰ, এইটো কিমান লজ্জাৰ কথা ঃ যি সময়ত আপোনাৰ দৰে মহান ব্যক্তিয়ে মোৰ দৰে সামান্য এগৰাকীৰ ওচৰলৈ অহাৰ অনুগ্ৰহ দেখুৱাইছে সেই সময়ত মোৰ নিজৰ

ভৃত্যই আখেজ পুৰাবলৈ গৈ মোক অপমানিত কৰিছে। হে মহান চীজাৰ, ধৰি ল'লো সাধাৰণ বন্ধু-বান্ধৱক দিব পৰা কিছুমান সামান্য বস্তু বাৰু মই ৰাখিলোৱেই আৰু ধৰি ল'লো লিভিয়া আৰু অক্টেভিয়াই যাতে মোৰ হৈ মাত মাতে সেই উদ্দেশ্যে চিন হিচাপে কিবা একাষৰীয়া কৰিলোৱেই, সেই বুলিয়ে মোৰ নিমখ খোৱা ভৃত্য এটাই মোক এইদৰে অপদস্থ কৰিবনে? হে দেৱসৱ! এয়া মোৰ পতনতকৈও অধম। (চেলিউকাচৰ প্ৰতি) এতিয়াই যা ইয়াৰ পৰা, নহ'লে দুৰ্ভাগ্যৰ ছাইৰ মাজতো মোৰ শক্তি শিখা দেখিবলৈ পাবি। তই পুৰুষ হোৱা হ'লে মোৰ প্ৰতি সদয় হ'লিহেঁতেন।

চীজাৰ : যোৱা চেলিউকাচ।

(চেলিউকাচৰ প্ৰস্থান)

ক্লিঅ'পেট্ৰা : আমি ক্ষমতাশালী সকলক আনৰ কৰ্মৰো কৰ্তা বুলি ভবা হয় আৰু আমাৰ পতন হ'লে আনৰ দোষৰ ভাগী হ'ব লগা হয়। এইটো পুতৌজনক কথা।

চীজাৰ : ক্লিঅ'পেট্ৰা, আপুনি কি স্বীকাৰ কৰিছে বা নাই কৰা সেয়া মোৰ বিজয়ৰ বিষয় নহয়; এইবোৰ সৱ আপোনাৰেই; আপুনি যি ইচ্ছা কৰিব পাৰে। বিশ্বাস কৰক, মই সদাগৰ নহয় যে বস্তুৰ দৰ-দাম কৰিম। গতিকে আনন্দ কৰক; আপোনাৰ নিজৰ দুৰ্ভাৱনাৰ কাৰাগাৰত বন্দী নহ'ব। শুনক ৰাণী, আপোনাৰ সম্পৰ্কীয় সকলো কাম আমি আপোনাৰ পৰামৰ্শ মতেহে কৰিম। এতিয়া আহাৰ কৰক আৰু বিশ্ৰাম লওক। বন্ধুভাবেহে আমি আপোনাৰ প্ৰতি সহানুভূতিশীল আৰু বন্ধু ভাবেই আপোনাৰ কথা চিন্তা কৰিম। এতিয়া বিদায়।

ক্লিঅ'পেট্ৰা : আপুনি মোৰ প্ৰভু আৰু গৰাকী।

চীজাৰ : মই তেনেকৈ নাভাবোঁ। বিদায়।

(বাদ্যধ্বনি; সদলবলে চীজাৰৰ প্ৰস্থান)



ক্লিঅ'পেট্ৰা : তেওঁ মোক কথাৰে বশ কৰিবলৈ বিচাৰিছে যাতে মই নিজৰ প্ৰতি সৎ আৰু সাহসী হ'ব নোৱাৰোঁ।

(ছাৰমিয়ানৰ কাণত ফুচফুচাই কিবা কয়)

ইৰাচ : মহাৰাণী, দিনৰ পোহৰ শেষ হৈ আহিছে; আৰু এতিয়া আমি আন্ধাৰৰ ফালে গতি কৰিছোঁ।

ক্লিঅ'পেট্ৰা : তুমি খৰখেদা কৰা। মই ইতিমধ্যে কথা পাতিছোঁ; সকলো ঠিক-ঠাক হৈ আছে। যোৱা, শীঘ্ৰে কৰা।

ছাৰমিয়ান : মহিষী, মই সকলো কৰিম।

(দলাবেলাৰ প্ৰৱেশ)

দলাবেলা : ৰাণী ক্লিঅ'পেট্ৰা ক'ত?

ছাৰমিয়ান : সেইয়া সেইখিনিতে আছে।

(ছাৰমিয়ানৰ প্ৰস্থান)

ক্লিঅ'পেট্ৰা : দলাবেলা?

দলাবেলা : মহাৰাণী, মই কথা দিয়া মতে আৰু আপোনাৰ আদেশ অনুযায়ী এই খবৰ দিবলৈ আহিলো। চীজাৰে চিৰিয়া হৈ যাবলৈ সিদ্ধান্ত লৈছে আৰু তাৰ পূৰ্বে তিনি দিনৰ ভিতৰত সন্তানসহ আপোনাক পঠাবলৈ ঠিক কৰিছে। আপুনি কি ভাল দেখে কৰক। মই মোৰ কথা ৰাখি আপুনি বিচৰা মতেই কৰিলো।

ক্লিঅ'পেট্ৰা : দলাবেলা মই তোমাৰ ওচৰত চিৰ ঋণী হৈ থাকিম।

দলাবেলা : আপোনাৰ ভৃত্য হৈ থকাটোৱেই মোৰ কামনা। বিদায় মহাৰাণী, মই এতিয়া চীজাৰৰ কাষত থাকিব লাগিব।

ক্লিঅ'পেট্ৰা : ধন্যবাদ আৰু বিদায়। (দলাবেলাৰ প্ৰস্থান)

এতিয়া পিছে কি চিন্তা কৰিছা, ইৰাচ? মোৰ লগতে তোমাকো ইজিপ্তীয় পুতলাৰ দৰে ৰোমৰ পথত প্ৰদৰ্শন

কৰিব। হাতত হাতুৰী, বটালি আৰু তেল লগা চোলা পিন্ধা কাঠমিস্ত্ৰীৰ দৰে আমাক জনতাৰ আগত দাঙি ধৰিব। সিহঁতৰ দুৰ্গন্ধময় শ্বাস-প্ৰশ্বাসে আমাক এইদৰে আবৃত কৰিব যে আমি সিহঁতৰ নিশ্বাস খাবলৈ বাধ্য হ'ম।

ইৰাচ ঃ দেৱতাসকলে যেন এইটো হ'বলৈ নিদিয়ে!

ক্লিঅ'পেট্ৰা ঃ এইটো নিশ্চিত, ইৰাচ। ৰোমৰ দাম্ভিক দণ্ডধাৰী টেকেলাই আমাক বেশ্যাৰ দৰে ধৰি নিব আৰু নীচ কবিয়ে আমাক লৈ বেসুৰীয়া কবিতা ৰচিব। ধেমেলীয়া কুশীলবে আমাক লৈ ব্যংগ কৰিব ঃ এণ্টনিক প্ৰদৰ্শিব সুৰামত্ত কৰি আৰু কৰ্কশ মাতৰ কোনোব কিশোৰে মোৰ মহত্বক ৰূপ দিব বেশ্যাৰ বেশত।

ইৰাচ ঃ হে দেৱগণ!

ক্লিঅ'পেট্ৰা ঃ এই বিষয়ে মই নিশ্চিত।

ইৰাচ ঃ এইবোৰ চাবলৈ মই জীয়াই নাথাকো। মই ভালকৈ জানো মোৰ চকুযোৰতকৈ নখবোৰ বেছি শক্তিশালী।

ক্লিঅ'পেট্ৰা ঃ ঠিক কৈছা, ইৰাচ!

সিহঁতৰ প্ৰস্তুতিক পানী কৰিব পৰা এইটোৱেই উৎকৃষ্ট উপায়।

(ছাৰমিয়ানৰ প্ৰৱেশ)

অ' ছাৰমিয়ান!

শুনা সকলোৱে, মোক ৰাণীৰ দৰে সজাই-পৰাই তোলা। যোৱা মোৰ উত্তম সাজ-পোছাকবোৰ আনাগৈ; এণ্টনিক পুনৰ লগ কৰিবলৈ চিদ্‌নাচৰ কাষলৈ যাম।

ইৰাচ, যোৱা

ছাৰমিয়ান, আমি সকলো কাম শেষ কৰিম; আৰু ইয়াৰ পিছত তুমি আৰু গোটেই জীৱন একো কৰিব নালাগে। মোৰ মুকুট



আৰু আন সকলো আনাগৈ।

(এজন প্ৰহৰীৰ প্ৰৱেশ)

প্ৰহৰী ঃ এজন গঞা মানুহ আহিছে ; আপোনালৈ ডমৰু গুটি আনিছে। তেওঁ বোলে আপোনাক লগ পাবই লাগে।

ক্লিঅ'পেট্ৰা ঃ তেওঁক আহিবলৈ দিয়া (প্ৰহৰীৰ প্ৰস্থান)

সাধাৰণ বস্তু এটাইও কিমান মহৎ কাম কৰিব পাৰে! তেওঁ মোৰ বাবে মুক্তি কঢ়িয়াই আনিছে।

মই সংকল্পবদ্ধ। এতিয়া আৰু মোৰ কোনো নাৰীসুলভ দুৰ্বলতা নাই; মই মাৰ্বল পাথৰৰ দৰে অলৰ-অচৰ।

অস্থিৰ চন্দ্ৰ এতিয়া আৰু মোৰ দিগদৰ্শী নহয়!

(বহুৱাৰ লগত প্ৰহৰীৰ প্ৰৱেশ)

প্ৰহৰী ঃ এইজনেই সেই মানুহজন।

ক্লিঅ'পেট্ৰা ঃ এতিয়া তুমি যাব পাৰা। (প্ৰহৰীৰ প্ৰস্থান)

কোনো যন্ত্ৰণা নিদিয়াকৈ যে মানুহ মাৰিব পাৰে নীল নদীৰ সেই সৰীসৃপ বিধ তোমাৰ লগত আছেনে?

বহুৱা ঃ হয় আছে ; কিন্তু মই হ'লে আপুনি তাক স্পৰ্শ কৰাটো নিবিচাৰো, কাৰণ সি খোট মৰা মানেই মৰণ ঃ সি খুটি মৰা মানুহ পুনৰ জী উঠা টান।

ক্লিঅ'পেট্ৰা ঃ ইয়াৰ দংশনত মৃত্যু হোৱা কোনো মানুহৰ কথা তোমাৰ মনত আছে ?

বহুৱা ঃ মতা মানুহ, মাইকী মানুহ অনেকৰ কথা মনত আছে। মাত্ৰ কালি এজনী মানুহৰ কথা শুনিলো। মানুহজনী ভালেই আছিল, কিন্তু মিছলীয়া; এইটো মাইকী মানুহৰ বাবে ভাল কথা নহয়। ইয়াৰ কামোৰত তাই কেনেকৈ মৰিল, কিমান কষ্ট পাইছিল, ইত্যাদিবোৰ কথা। সইত কৈছো, সৰীসৃপটোৰ

কথা তাই ঠিকেই কৈছে; কিন্তু সেইবুলি সব কথা বিশ্বাস কৰিব নোৱাৰি। অৱশ্যে এইটো নুই কৰিব নোৱাৰি, এই বিধ সাপ বৰ বিষম ধৰণৰ।

ক্লিঅ'পেট্ৰা ঃ এতিয়া তুমি যাব পাৰা; বিদায়।

বহুৱা ঃ সৰীসৃপটোৰপৰা যেন আপোনাৰ কুশল হয় এয়ে আশা। (তেওঁ পাচিটো থয়)

ক্লিঅ'পেট্ৰা ঃ বিদায়।

বহুৱা ঃ এইটো কথা মনত ৰাখিব যে সৰীসৃপটোৱে তাৰ স্বভাৱ মতে কাম কৰিব।

ক্লিঅ'পেট্ৰা ঃ ঠিক আছে; বিদায়।

বহুৱা ঃ চাব আক' জ্ঞানী মানুহৰ নজৰ অবিহনে সৰীসৃপটো নিৰ্ভৰযোগ্য নহয়।

ক্লিঅ'পেট্ৰা ঃ চিন্তা নকৰিবা; ইয়াক সাৱধানে ৰখা হ'ব।

বহুৱা ঃ বৰ ভাল কথা। ইয়াক একো দিব নালাগে, ই খাবলৈ দিয়াৰ যোগ্য নহয়।

ক্লিঅ'পেট্ৰা ঃ ই মোক খাব নেকি?

বহুৱা ঃ আপুনি নাভাবিব যে মই ইমানেই অঁকৰা চয়তানে যে মাইকী মানুহ নাখায় সেইটোও নাজানো। চয়তানৰ হাত নালাগিলে নাৰী দেৱতাৰহে ভোগ্য। কিন্তু এই পিশাচবোৰে দেৱতাৰো কম অন্যায় কৰা নাই, কাৰণ তেওঁলোকে সৃষ্টি কৰা দহজনী তিৰোতাৰ ভিতৰতে পাঁচজনীকে ইহঁতে ধ্বংস কৰে।

ক্লিঅ'পেট্ৰা ঃ বাৰু হ'ব; এতিয়া যোৱা; বিদায়।

বহুৱা ঃ হয়, মই আহোঁ। সৰীসৃপটোৰ পৰা যেন আপোনাৰ মংগল হয় সেয়ে ইচ্ছা।

(ৰাজমুকুট আৰু সাজ পোচাক লৈ ছাৰমিয়ান আৰু ইৰাচৰ প্ৰৱেশ)



ক্লিঅ'পেট্ৰা ঃ মোৰ সাজ-পোছাকবোৰ দিয়া আৰু মুকুটটো পিন্ধাই দিয়া; এতিয়া মই অমৰত্বৰ বাবে আগ্ৰহী। ইজিপ্তীয় আঙুৰৰ ৰসে আৰু মোৰ শুমান ওঁঠ আৰ্দ্ৰ কৰিব নোৱাৰে। ইৰাচ, খৰখেদা কৰা। মোৰ এনেহে লাগিছে যেন এণ্টনিয়ে মোক মাতি আছে। মই শুনিছোঁ এণ্টনিয়ে মোৰ এই সাহসী কৰ্মক প্ৰশংসা কৰিছে আৰু দেৱপ্ৰদত্ত চীজাৰৰ সৌভাগ্যক উপহাস কৰিছে।

স্বামী, মই গৈ আছো। মোৰ সাহসৰ বাবেই মই এতিয়া তোমাক এই নামেৰে মাতিব পাৰোঁ। এতিয়া মই কেৱল অগ্নি আৰু বায়ু; অন্য গুণবোৰ নিম্নপ্ৰাণীৰহে স্বভাৱ।

হ'লনে তোমালোকৰ? আহাঁ শেষ বাৰৰ বাবে মোৰ ওঁঠত চুম্বন কৰা।

বিদায়, মৰমী ছাৰমিয়ান; বিদায়, ইৰাচ।

(তেওঁলোকক চুমা খায়; ইৰাচ ঢলি পৰে আৰু তাইৰ লগে লগে মৃত্যু হয়)

কি, মোৰ ওঁঠত এস্প্ সাপৰ বিষ আছে নেকি? তুমি যে গুচি গ'লা? এইদৰে যাব পাৰিলে মৃত্যুৰ আঘাত হ'ব প্ৰেমিকৰ স্পৰ্শৰ সদৃশ। তুমি তেন্তে চিৰ নিদ্ৰাত? এইদৰে যাব পাৰিলে বিদায়ৰো প্ৰয়োজন নাই।

ছাৰমিয়ান ঃ হে মেঘাৱলী, গলি যোৱা আৰু ধাৰাষাৰ বৃষ্টি হৈ পৃথিৱীত পৰা যাতে মই কব পাৰোঁ দেৱতাসকলেও ক্ৰন্দন কৰিছে।

ক্লিঅ'পেট্ৰা ঃ এইটোৱেই প্ৰমাণ কৰে মই কিমান নীচ। তাই যদি প্ৰথমে এণ্টনিক লগ পায় মোৰ প্ৰাপ্য চুম্বনটো তাইহে লাভ কৰিব। আহ বিষধৰ সৰ্প, (এইবুলি এস্প্ সাপ এটা নিজৰ বক্ষস্থলৈ টোঁৱায়) তোৰ তীক্ষ্ণ দাঁতেৰে এই জট লগা জীৱনৰ বান্ধ খুলি দে। হেৰ' বিষধৰ, উগ্ৰমূৰ্তি ধৰ আৰু তোৰ কাম শেষ কৰ। আঃ তই যদি কথা ক'ব পাৰিলিহেঁতেন হয়তো কলিহেঁতেন 'চীজাৰ এক নিৰ্বোধ গাধ'।

ছাৰমিয়ান ঃ হে প্ৰেমদেৱী!

ক্লিঅ'পেট্ৰা ঃ মনে মনে থাকা!

মোৰ বুকুৰ কেচুৰাটো দেখা নাইনে যি তাৰ ধাত্ৰীৰ স্তন পান কৰি নিদ্ৰাৰতা কৰিছে?

ছাৰমিয়ান ঃ হে হৃদয়! ভাগি যোৱা, ভাগি যোৱা!

ক্লিঅ'পেট্ৰা ঃ সুগন্ধি ঔষধৰ দৰে মিঠা ; বায়ুৰ দৰে কোমল, শান্ত। হে এণ্টনি! নহয়, মই তোকো কোলাত ল'ম। (নিজৰ বাহুত আন এটা এস্প্ সাপ প্ৰয়োগ কৰি) মই কিয় জীয়াই থাকিব লাগে— (মৃত্যু)

ছাৰমিয়ান ঃ এই বনৰীয়া পৃথিৱীত? গতিকে বিদায়। হে মৃত্যু! তুমি এতিয়া গৰ্বিত হ'ব পাৰা তোমাৰ কবলত এগৰাকী অনন্যা মহিষী। পিচ্ছাবৃত গবাক্ষ, বন্ধ হোৱা;
(ক্লিঅ'পেট্ৰাৰ চকু জপাই দিয়ে)

ইমান ৰাজকীয় চকুৰে সূৰ্যদৰ্শন আৰু কদাপি নহ'ব। আপোনাৰ মুকুটটো এঢলীয়া হৈ আছে; মই ঠিক কৰি দিছোঁ আৰু ইয়াৰ পিছত খেলিম—

(বেগেৰে প্ৰহৰী সকলৰ প্ৰৱেশ)

১ম প্ৰহৰী ঃ ৰাণী ক'ত?

ছাৰমিয়ান ঃ সৰু সৰুকৈ কওক; তেখেতক নজগাব।

১ম প্ৰহৰী ঃ চীজাৰে পঠাইছে—

ছাৰমিয়ান ঃ দূতজন বৰ পলমকৈ আহিল।

(এস্প্ সাপ প্ৰয়োগ কৰে)

আঃ শীঘ্ৰে আহ! মই তোৰ বিষ অনুভৱ কৰিছোৰেই।

১ম প্ৰহৰী ঃ সকলো এইফালে আঁহা! কথা ভাল নহয়। চীজাৰ প্ৰৱঞ্চিত।

২য় প্ৰহৰী ঃ সেইখিনিতে দলাবেলা আছে; চীজাৰে পঠাইছে। তেওঁক মাতা।



১ম প্ৰহৰী ঃ ছাৰমিয়ান, এইবোৰ কি? এইটো ভাল কথা হ'লনে?

ছাৰমিয়ান ঃ ভালেই হৈছে ; আৰু ইমানবোৰ ডাঙৰ ৰজাৰ বংশজাত ৰাণী এগৰাকীৰ বাবে উপযুক্ত হৈছে।
আস্, সৈনিক ! (মৃত্যু)

(দলাবেলাৰ প্ৰৱেশ)

দলাবেলা ঃ ইয়াত এইবোৰ কি ঘটিছে?

২য় প্ৰহৰী ঃ সকলো মৃত।

দলাবেলা ঃ চীজাৰ, আপুনি ভবা মতেই সকলো ঘটিল। আপুনি বাধা দিব খোজা ভয়ানক কামটো সমাধা হৈ যোৱা নিজে দেখিবহি।

(সদলবলে চীজাৰৰ প্ৰৱেশ)

সকলোৱে ঃ বাট দিয়া, চীজাৰক বাট দিয়া।

দলাবেলা ঃ হে চীজাৰ, আপুনি সঁচাই এজন অপূৰ্ব ভৱিষ্যৎ দ্ৰষ্টা ঃ আপুনি ভয় কৰাটোৱেই প্ৰকৃততে ঘটিল।

চীজাৰ ঃ অন্তকালত আটাইতকৈ নিৰ্ভীক; তেওঁ আমাক লক্ষ্যভ্ৰষ্ট কৰিলে আৰু ৰাজোচিত ভাবে নিজৰ পথ বাচি ল'লে। তেওঁলোকৰ মৃত্যু কেনেকৈ হ'ল? তেওঁলোকৰ দেহৰ পৰা তেজ ওলোৱা দেখা নাই।

দলাবেলা ঃ অন্তিম সময়ত তেওঁলোকৰ লগত কোন আছিল?

১ম প্ৰহৰী ঃ ডমৰুগুটি অনা এজন সাধাৰণ গঞা মানুহ। এইটোৱেই হ'ল তেওঁ অনা খৰাহীটো।

চীজাৰ ঃ তেতিয়া হ'লে ইয়াত বিষ ঢলা আছিল।

১ম প্ৰহৰী ঃ চীজাৰ, এই ছাৰমিয়ান অলপ আগলৈকে জীৱিত আছিল; তাই থিয় হৈ কথাও কৈছিল। তাই ৰাণীৰ শিৰৰ মুকুটটো ঠিক কৰি দিয়া মই নিজে দেখিছিলো।

থৰক বৰককৈ থিয় হৈ তাই হঠাতে ঢলি পৰিল।

চীজাৰ : এয়া দুৰ্বলতা হ'লেও মহান!
বিষ পান কৰা হ'লে তেওঁলোকৰ শৰীৰ উখহি উঠিলহেঁতেন্। কিন্তু তেওঁ এনেদৰে নিদ্ৰিতা হৈ আছে যেন লাৱণ্যৰ বলেৰে তেওঁ অন্য এক এণ্টনিক ধৰি ৰাখিব।

দলাবেলা : এয়া তেওঁৰ বক্ষস্থলত তেজৰ দাগ আছে আৰু কিছু উখহিছেও। তেওঁৰ বাহুৰ ওপৰতো একে ধৰণৰ চিন আছে।

১ম প্ৰহৰী : এইটো দেখোন এস্প্ সাপে খোৱাৰ চিন; আৰু এই ডমৰু পাতবোৰত লেলেতীয়া বোকা লাগি আছে। এস্প সাপেহে নীল নদীৰ পাৰৰ গাতত এনে চিন ৰাখি থৈ যায়।

চীজাৰ : খুব সম্ভৱ তেওঁ তেনেকৈয়ে মৃত্যু বৰণ কৰিলে, কাৰণ তেওঁৰ কবিৰাজে কোৱা মতে তেওঁ বোলে সহজে আপোনঘাতী হ'ব পৰা অসংখ্য উপায় চিন্তা কৰিছিল। শয্যাসহ তেওঁক দাঙি লোৱা আৰু তেওঁৰ লিগিৰীহঁতকো স্মৃতিসৌধৰ পৰা লৈ ব'লা।
তেওঁক এণ্টনিৰ কাষতে কবৰস্থ কৰা হ'ব।
পৃথিৱীৰ কোনো মৈদামে এনে বিখ্যাত দম্পতীক সমাধিস্থ কৰিব নোৱাৰে। এনে মহান ঘটনাই কৰ্তাসকলকো আঘাত কৰে; আৰু এনে ঘটনা সংঘটিত কৰোঁতাজনৰ গৌৰৱতকৈ এই কাহিনী কম পুতৌজনক নহয়। আমাৰ সৈন্যবাহিনীয়ে পৱিত্ৰভাৱে এই অন্ত্যেষ্টিক্ৰিয়াত যোগ দিব আৰু তাৰ পিছত ৰোম অভিমুখে যাত্ৰা কৰিব ।
দলাবেলা, আঁহা, চাবা যাতে এই মহৎ কাৰ্য গম্ভীৰ ভাৱে সম্পন্ন হয়। (সকলোৰে প্ৰস্থান)

—ঃঃঃ—